# বৰবৰুৱাৰ ভাবৰ বুৰবুৰণি

[ প্ৰথম ভাগ ]



লক্ষ্মীনাথ বেজবৰুৱা

# বৰবৰুৱাৰ ভাবৰ বুৰবুৰণি

[ প্ৰথম ভাগ ]

লক্ষ্মীনাথ বেজবৰুৱা

বেচ—২৷৷০ টকা

শ্ৰীবিৰিঞ্চি কুমাৰ বৰুৱা

আৰু

শ্ৰীসত্যেন্দ্ৰনাথ শৰ্ম্মাৰ দ্বাৰা

সঙ্কলিত আৰু সম্পাদিত।

প্ৰকাশক—সাহিত্য প্ৰকাশ।
ট্ৰিবিউন বিল্ডিং।
পোঃ আঃ—ট্ৰিবিউন

(প্ৰথম তাঙৰণ)
১৯৫১

গুৱাহাটী ট্ৰিবিউন প্ৰেছত ছপা কৰা হ'ল।



# পাতনি

সাহিত্যৰথী ৺লক্ষ্মীনাথ বেজবৰুৱা শিৱসাগৰৰ ডাঙৰীয়া দীননাথ বেজবৰুৱাৰ সৰুমাজু পুতেক। ডাঙৰীয়া দীননাথ বেজবৰুৱা সপৰিয়ালে মুন্সিফী কামত নগাওঁৰ পৰা বৰপেটালৈ বদলি হৈ নাৱেৰে যাওঁতে ১৮৬৮ চনত লক্ষ্মীনাথৰ জন্ম হয়। কেচুৱাৰে পৰা পিতাকৰ কৰ্ম্মস্থান সলনিৰ লগে লগে বৰপেটা, তেজপুৰ, লখীমপুৰ, গুৱাহাটী আদি ঠাই ফুৰি শেষত শিৱসাগৰৰ থিতাপি ঘৰত নিয়মিতভাৱে শিক্ষা আৰম্ভ কৰে। ১৮৮৬ চনত প্ৰবেশিকা পৰীক্ষাত উত্তীৰ্ণ হৈ উচ্চ শিক্ষাৰ কাৰণে কলিকতালৈ যায়। যথা সময়ত বি, এ পৰীক্ষাত কৃতকাৰ্য্য হৈ ১৮৯১ চনত জোড়াসাকোৰ বিখ্যাত ঠাকুৰ পৰিয়ালৰ ৺প্ৰজ্ঞাসুন্দৰী দেবীক বিয়া কৰায়। প্ৰথমতে বিখ্যাত অসমীয়া সদাগৰ ৺ভোলানাথ বৰুৱাৰ লগত কাঠৰ কাৰবাৰ কৰি শেষত উৰিষ্যাৰ সম্বলপুৰত নিজে কাৰবাৰ চলাই স্থায়ী ভাবে তাতে বসতি কৰে। ১৯৩৮ চনৰ ২৬ মাৰ্চ্চ তাৰিখে ডিব্ৰুগড়ত মৃত্যু হয়।

সাহিত্য ক্ষেত্ৰত বেজবৰুৱাৰ প্ৰতিভা বহুমুখী আছিল। ১৮৮৯ চনত ৺চন্দ্ৰকুমাৰ আগৰৱালা আৰু হেমচন্দ্ৰ গোস্বামীৰ সৈতে লগ লাগি 'জোনাকী' কাকত উলিয়াবৰপৰা প্ৰায় অৰ্দ্ধ শতাব্দী কাল সাহিত্যত নানা ভাৱে যোগান ধৰি বেজবৰুৱাই অসমীয়া সাহিত্য সমৃদ্ধিশালী কৰি তোলে। ১৮৯০ চনত পোন প্ৰথমে পুথিৰ আকাৰত লিতিকাই প্ৰহসন প্ৰকাশ পায়। ইয়াৰ পাছত ক্ৰমাগত কামত কৃতিত্ব লভিবৰ সংকেত (১৯০৩), কৃপাবৰ বৰুৱাৰ কাকতৰ টোপোলা (১৯০৪), পদুমকুঁৱৰী (১৯০৫), সুৰভি, কৃপাবৰ বৰুৱাৰ ওভতনি,

দীননাথ বেজবৰুৱাৰ জীৱন চৰিত (১৯০৯), বুঢ়ী আইৰ সাধু (১৯১১), ককা দেউতা আৰু নাতিলৰা, শঙ্কৰদেৱ (১৯১২), চিকৰপতি নিকৰপতি, নোমল, পাঁচনি, বাখৰ, জোনবিৰি (১৯১৩), শঙ্কৰদেৱ মাধৱদেৱ (১৯১৪), চক্ৰধ্বজ সিংহ, বেলিমাৰ, জয়মতী কুঁৱৰী (১৯১৫), সাধুকথাৰ কুকি, জুনুকা, ভগৱৎ কথা (১৯১৫-১৬) আদি গ্ৰন্থ পুথিৰ আকাৰত প্ৰকাশ পায়। এইবিলাকৰ বাহিৰেও বাঁহী, আৱাহন, ঊষা আদি কাকতত, বিবিধ বিষয়ক প্ৰবন্ধ সিঁচৰতি হৈ আছে।

নাটক, কবিতা, উপন্যাস, আলোচনা, গল্প আদি সাহিত্যৰ সকলোবোৰ শাখা প্ৰশাখাত বেজবৰুৱাৰ দান লেখত লবলগীয়া যদিও স্বাভাৱিকতে বেজবৰুৱা কবি, নাট্যকাৰ বা ঔপন্যাসিক নাছিল। অসমীয়া সাহিত্যৰ প্ৰয়োজনৰ তাগিদাইহে তেখেতক একেধাৰে কবি, ঔপন্যাসিক, নাট্যকাৰ আৰু সমালোচক হবলৈ বাধ্য কৰিছিল। প্ৰয়োজনৰ খাতিৰত ৰচনা কৰা সাহিত্যই অভাৱ পূৰ্ণ কৰিব পাৰে কিন্তু শ্ৰেষ্ঠ সাহিত্যৰ পৰ্য্যায়ভুক্ত হোৱা টান। তথাপি তেখেতে সাহিত্যৰ সকলো ক্ষেত্ৰতে কম-বেছি পৰিমাণে কৃতকাৰ্য্যতা লাভ কৰিছিল বুলি কব পাৰি, যদিও একছত্ৰীত্ব দাবী কৰিব নোৱাৰে। কিন্তু এটা বিষয়ত বেজবৰুৱা অদ্বিতীয় হৈ আছে আৰু সন্তৱ থাকিবও—সেয়ে হৈছে ব্যঙ্গ আৰু খুহুটীয়া সাহিত্য। সাহিত্যৰ এই শাখা-বিশেষত বেজবৰুৱাই অভূতপূৰ্ব্ব সফলতা লাভ কৰাৰ মূলতে হৈছে অসমীয়া জাতীয় জীৱনৰ লগত গভীৰ পৰিচয় আৰু তেখেতৰ আবিষ্কাৰ-ধৰ্ম্মী প্ৰতিভা। দৰাচলতে বেজবৰুৱাৰ প্ৰতিভা কিছুদূৰ সৃষ্টি-ধৰ্ম্মী হলেও প্ৰধানকৈ আবিষ্কাৰ ধৰ্ম্মীহে। আবিষ্কাৰৰ কাৰণে প্ৰয়োজন পৰ্য্যবেক্ষণ শক্তি আৰু বিশ্লেষণী ক্ষমতা; সৃষ্টিৰ কাৰণে লাগে কল্পনা-শক্তি। য'ত সৃজনী-প্ৰতিভাৰ বেছি প্ৰয়োজন তাত বেজবৰুৱাই বৰ সফলতা



লাভ কৰা নাই। কিন্তু য'ত পৰ্য্যবেক্ষণ-শক্তি আৰু বিশ্লেষণী-ক্ষমতাৰ দৰকাৰ তেনে ঠাইত বেজবৰুৱাই বিস্ময়কৰ ৰূপে সফলতা লাভ কৰিছিল। এই কাৰণেই অসমীয়া জাতীয় জীৱনৰ চিত্ৰ ফুটাই তোলাত বেজবৰুৱাৰ দৰে সফলতা কোনো অসমীয়া সাহিত্যিকে লাভ কৰা নাই। বেজবৰুৱাৰ কবিতা বা নাটকসমূহ যদি ভস্মীভূত হৈ যায় তেন্তে অসমীয়া সাহিত্যৰ কিছু ক্ষতি হলেও সেই ক্ষতি অপূৰণীয় নহয়; কিন্তু তেখেতৰ হাস্যৰসৰ প্ৰধান ৰচনাখিনি যদি কিবা কাৰণত নষ্ট হয়, তেন্তে সাহিত্যৰ ভঁড়ালৰ এটা অংশ অপূৰণীয় ভাবে শূন্য হৈ ৰব। অসমীয়া সাহিত্যলৈ এই হাস্যৰস-প্ৰধান প্ৰবন্ধ-সমূহেই বেজবৰুৱাৰ সৰ্ব্বপ্ৰধান মৌলিক দান।

কাকতৰ টোপোলা, ওভতনি আৰু ভাবৰ বুৰবুৰণিৰ প্ৰবন্ধসমূহক আধুনিক যুগৰ ব্যক্তিনিষ্ঠ মনোধৰ্ম্মী ৰচনাৰ পৰ্য্যায়ভুক্ত কৰিব পাৰি। উপন্যাস আৰু চুটি গল্পৰ দৰে এইবিধ প্ৰবন্ধও মূলতঃ অভাৰতীয়, পাশ্চাত্য সাহিত্যৰ প্ৰভাৱৰ ফল। লঘুভাবেৰে হাস্যৰসৰ মাজেদি জ্ঞান বিকিৰণেই এনে বিধ ৰচনাৰ বিশেষত্ব। অতিশয় পুৰণি বা অতি পৰিচিত বিষয়ক এই শ্ৰেণীৰ প্ৰবন্ধ লিখকে কল্পনা আৰু পৰ্য্যবেক্ষণ শক্তিৰ দ্বাৰা অসাধাৰণ ভাৱে প্ৰকাশ কৰি প্ৰথম পৰিচয়ৰ আনন্দ শিহৰণ তোলে। ৰচনাৰ প্ৰকাশ ভঙ্গীয়েই এইবিধ ৰচনাৰ প্ৰধান কথা। ইংৰাজ সমালোচক Robert Lynd ৰ সংজ্ঞাই প্ৰবন্ধ সাহিত্যৰ বিশেষত্ব স্পষ্ট ভাৱে প্ৰকাশ কৰিছে। তেওঁ কৈছে,—

"Sometimes it is nearly a sermon, sometimes it is nearly a short story. It may be a fragment of autobiography or a piece of nonsence. It may be satirical or vituperative or sentimental. It may deal with any subject from the day of Judgment to a pair of scissors".

বিষয়ৰ পৰা বিষয়ান্তৰলৈ জপিয়াই যোৱা এইবিধ ৰচনাৰ আন এটা বিশেষত্ব। বেজবৰুৱাৰ ভাবৰ বুৰবুৰণিত উপৰুক্ত প্ৰায়বিলাক লক্ষণেই বিৰাজমান।

বেজবৰুৱা মাহুহজনক সাহিত্যৰ মাজেদি বুজিবলৈ হলে এই হাস্যৰস প্ৰবন্ধবোৰেই প্ৰধান সমল। তেখেতৰ চিন্তাধাৰা, আদৰ্শ, জগত আৰু জীৱন সম্বন্ধে ধ্যান-ধাৰণা আদিৰ লগত সম্যকভাবে পৰিচয় হবৰ কাৰণে এই প্ৰবন্ধ সমূহৰ অধ্যয়ন অপৰিহাৰ্য্য। ইংৰাজীত "The style is the man himself" অৰ্থাৎ প্ৰকাশ ভঙ্গীয়েই ব্যক্তিত্ব বুলি এটা কথা আছে। তেওঁৰ জাগ্ৰত স্বদেশানুৰাগ, সুষ্ঠ-সৰল আশাবাদী মন, চিৰ-তৰুণ ব্যক্তিত্বৰ নিৰঙ্কুশ-প্ৰকাশস্থল হৈছে বুৰবুৰণিকে আদি কৰি মৌলিক হাস্যোজ্জল প্ৰবন্ধসমূহ। কাব্য-উপন্যাসত বেজবৰুৱাৰ ব্যক্তিত্বই স্বতঃস্ফূৰ্ত্তভাৱে যেন প্ৰকাশ পোৱা নাই, এটা কৃত্ৰিম পোছাকে যেন আৱৰি ৰাখিছে। কিন্তু সেইবিলাকৰ মাজেদিও একো একোটা সুৰুঙাইদি আচল মানুহজনে ভুমুকি মাৰি যায়হি।

বেজবৰুৱাৰ প্ৰবন্ধসমূহ সুখপাঠ্য আৰু গ্ৰহণীয় হৈছে প্ৰধানকৈ অনন্য-সাধাৰণ হাস্যোদ্দীপক ৰসাল ভাষা আৰু প্ৰকাশ ভঙ্গীৰ কাৰণে। অসমীয়া সাহিত্যত বেজবৰুৱাৰ অননুকৰণীয় ষ্টাইল এটা বিশেষ সম্পদ। এই ফালৰ পৰা বেজবৰুৱাৰ প্ৰকাশ ৰীতিক personal idiosyncracy of expression বুলিব পাৰি। বৰ্ণন ভঙ্গীৰ সহৃদয়তা বেজবৰুৱা ৰীতিৰ অন্যতম বিশেষত্ব। ভাবৰ বুৰবুৰণি প্ৰবন্ধমালাত লেখক আৰু পাঠকৰ মাজত সহজভাৱে অন্তৰঙ্গতা স্থাপন হৈছে। তদুপৰি নাটকোচিত প্ৰকাশ ৰীতিয়ে বৰ্ণনাক বৈচিত্ৰ্যময় আৰু চমকপ্ৰদ কৰি তুলিছে।



বিবিধ বিষয়ৰ বুৰবুৰণিৰ প্ৰবন্ধমালাত বেজবৰুৱাৰ নিজ ব্যক্তিত্ব উপৰিও উনবিংশ শতাব্দীৰ শেষ স্তৰৰ অসমীয়া সমাজটো ও সোমা[illegible] আছে। অসমীয়া জীৱনৰ লগত পৰিচয় নথকা মানুহে অসমীয়া ভাষ[illegible] শিকি ললেও বেজবৰুৱাৰ ভাষা সহজে বুজি নাপায়। বুৰবুৰণিৰে আদি কৰি প্ৰবন্ধসমূহত ভাষা লঘু আৰু খুহটীয়া হৈ পৰিছে। এই বিলাক[illegible] যোগেদি প্ৰকাশ পোৱা হাস্যৰসো প্ৰধান ভাৱে ভাষাগত—ভাষা প্ৰয়োগৰ বিচিত্ৰ কৌশল আৰু চাতুৰ্য্যৰ ওপৰতেই হাঁহি তুলিব পৰা গুণ নিৰ্ভৰ কৰিছে। নাট্য-সমালোচক A. Nicoll ৰ ভাষাত কবলৈ গলে "He plays with words, his fancy works swiftly and out of the movement of his fancy he orders phrases and ideas in such a manner that others laugh along with him".

"তেওঁ শব্দৰ খেলা খেলে, তেওঁৰ কল্পনা তীব্ৰগামী হয়, আৰু কল্পনাৰ গতি অনুসৰি ভাব আৰু ভাষাই এনে গঢ় লয় যে তেওঁৰ লগতে আনকো হঁহুৱায়।"

বুৰবুৰণিৰ প্ৰবন্ধাৱলী উপমাৰে নিৰুপমা হৈছে; পুৰণি সাহিত্যৰ পৰা ৰজিতা খুৱাই উদ্ধৃত কৰা ৰচনাৱলীৰে সমৃদ্ধিশালী হৈ পৰিছে। সৰল, পোনপটীয়া, বাহুল্যবৰ্জ্জিত কথ্যভাষাৰ প্ৰয়োগত বিষয়বস্তুৰে মৰ্ম্মস্থান ভেদ কৰিবলৈ সক্ষম হৈছে।

এই হাস্যৰসাত্মক প্ৰবন্ধবিলাকৰ আন এটা সাধাৰণ বৈশিষ্ট্য হৈছে যে তীব্ৰ বা মৃদু ভাৱে সকলোবোৰেই ব্যঙ্গাত্মক। কেৱল হাঁহিৰ কাৰণেই ৰচনা কৰা প্ৰবন্ধৰ সংখ্যাও কম নহয়; কিন্তু ইয়াতো অলঙ্কাৰ বিশেষণ আদি প্ৰয়োগত ব্যঙ্গৰ বুৰবুৰণি পোৱা যায়। কিছুমান প্ৰবন্ধত ব্যঙ্গ মূৰ্ত্ত আৰু কিছুমানত প্ৰচ্ছন্ন ৰূপে প্ৰকাশ পাইছে।

কাকতৰ টোপোলাৰ 'সমাজিক' প্ৰৱন্ধত ব্যঙ্গই তীব্ৰ আৰু মূৰ্ত্ত ৰূপত প্ৰকাশ পাইছে। আনহাতে 'ওভতনি' আৰু বুৰবুৰণিৰ কিছুমান প্ৰৱন্ধত ব্যঙ্গৰ বিষয় অলপ চিন্তা কৰিলেহে ধৰিব পাৰি। এই দুবিধৰ উপৰিও আৰু এ'বিধ প্ৰৱন্ধ আছে যাৰ অন্তৰালত কোনো গূঢ় অভিপ্ৰায় নাই, কেৱল হাস্যৰস সৃষ্টিয়েই একমাত্ৰ অভিপ্ৰায় বুলিব পাৰি। 'চুমাবিজ্ঞান', 'বুঢ়ামেঠা সংৰক্ষণী সভা', 'জীৱন-মৰণ বিচাৰ' এনে ধৰণৰ প্ৰৱন্ধ।

পৃথিবীৰ শ্ৰেষ্ঠ ব্যঙ্গ লিখক সকলৰ ৰচনাই যে বেজবৰুৱাক প্ৰভাবিত কৰিছিল তাৰ আভাস তেওঁৰ ৰচনাত পোৱা যায়। ডিকেন্সৰ "পিক্উইক্ পেপাৰচ্" কাকতৰ টোপোলাৰ উদ্ভাৱক হব পাৰে। ডিকেন্সৰ পিক্উইক্ চৰিত্ৰই অস্বাভাৱিক ৰূপে গাম্ভীৰ্য্য অৱলম্বন কৰিবলৈ যাওঁতে পদে পদে লঘুতাৰ প্ৰকাশ পোৱা বৰ্ণনাৰ লগত কৃপাবৰৰ বৰ্ণনাৰ কিছু সাদৃশ্য পৰিলক্ষিত হয়। গোল্ডস্মিথৰ 'চিটিজেন অব ডি ৱাৰ্লড'ৰ ক'লাপোছাক পৰিহিত 'ম্যেন ইন্ ব্লেক' চৰিত্ৰৰ লগতো কৃপাবৰৰ কিছু সাদৃশ্য নথকা নহয়। আনহাতে দুই এটা বিষয় আৰু প্ৰকাশ ভঙ্গীমাও বঙ্কিমচন্দ্ৰৰ 'কমলাকান্তৰ দপ্তৰৰ' লগত মিলে। এইদৰে 'জেৰম কে জেৰমে'ও দুই এটা প্ৰৱন্ধৰ আদৰ্শ দিছে। কিন্তু উপৰুক্ত লেখকসকলৰ লগত সামান্য সাদৃশ্য থাকিলেও কৃপাবৰ সম্পূৰ্ণ স্বতন্ত্ৰ। বুৰবুৰণিৰ এটা প্ৰৱন্ধত তেখেতে লিখিছে "এই পৃথিবীত মাত্ৰ তিনিজন মানুহে হাঁহিব জানিছিল। প্ৰথম জন পুৰণিকলীয়া গ্ৰীচ দেশৰ, নাম এৰিষ্টফেনিচ্, দ্বিতীয় জন আছিল স্পেইনত, নাম চাৰ ভেণ্টিচ্ আৰু তৃতীয়জন জন বুল দেশত, নাম ছুইফ্‌ট। এওঁলোকৰ উপৰি চতুৰ্থ এজন আছে সেইজন বৰবৰুৱা স্বয়ং।" গতিকে দেখা যায় পৃথিবীৰ প্ৰায় খোৰ ব্যঙ্গ লিখকৰ ৰচনাৰ লগত বেজবৰুৱাৰ পৰিচয় আছিল।



বেজবৰুৱাৰ বুৰবুৰণি বিলাকৰ প্ৰধান বিশেষত্ব হৈছে এক বিষয়ৰ পৰা বিষয়ান্তৰলৈ পৰ্য্যটন, এটা কথা কবলৈ আৰম্ভ কৰি অন্য কথাৰ অৱতাৰণা। স্ত্ৰী-স্বাধীনতা সম্বন্ধে কবলৈ আৰম্ভ কৰি অসমীয়া ভাষাত বঙলা শব্দৰ প্ৰয়োগ আৰু অসমীয়া ৰীতিনীতি পৰিত্যাগৰ ফলাফল কীৰ্ত্তন কৰোঁতেই প্ৰৱন্ধ শেষ হ'ব লগা হৈছে। বুৰবুৰণিৰ সকলোবোৰ প্ৰৱন্ধই অকপট আৰু খিয়ালী মনোভাবৰ আৰু সকলোতে লেখকৰ স্বতন্ত্ৰ দৃষ্টি-ভঙ্গীৰ পৰিচয় আছে। ৰচনাৰ কোনো সুপৰিকল্পিত নীতি অনুসৰণ কৰি এইবোৰ অৱশ্যে ৰচিত হোৱা নাই আৰু শব্দ-বাছনি আৰু প্ৰয়োগতো বিশুদ্ধতাৰ ফালে বিশেষ চকু ৰখা নাই। প্ৰৱন্ধবিলাক বিষয়বস্তু অনুসৰি সুসংবদ্ধ ভাবে শ্ৰেণী বিভাগ কৰাও কঠিন। কিছুমান ৰাজনৈতিক, কিছুমান সমাজনৈতিক, কিছুমান ব্যক্তিগত বিষয় লৈ ৰচনা কৰা হৈছে। আকৌ এনে কিছুমান প্ৰৱন্ধ আছে যিবোৰক কোনো পৰ্য্যায়তে পেলাব নোৱাৰি। কিন্তু প্ৰৱন্ধৰ বিষয় দেখাত যিয়েই নহওক বিষয়বস্তুৰ ঐক্য ৰক্ষা কৰা নাই। এই কাৰণে এটা শ্ৰেণীৰ লগত আনটো শ্ৰেণীৰ ব্যৱধানৰ ৰেখা বৰ সূক্ষ্ম; সমাজনীতি, ৰাজনীতি, আত্মনীতিৰ বৰ্ণনা ওপৰা-উপৰি ভাবে একেটা প্ৰৱন্ধতে পোৱা যায়। বিভিন্ন সময়ত উদ্ভৱ হোৱা ৰাজনৈতিক বা সামাজিক ক্ৰিয়া প্ৰতিক্ৰিয়াবিলাকেই প্ৰৱন্ধৰ উপাদান। কেতবোৰ প্ৰৱন্ধত সমাজ আৰু ব্যক্তিৰ কপটতা, অসাধুতা, ভণ্ডামি, আত্মসন্মান জ্ঞানৰ অভাৱ, ধন আৰু পদ-মৰ্য্যদাৰ অভিমান সম্বন্ধে ব্যঙ্গ-বিদ্ৰূপৰ সহায়ত জনসাধাৰণক সচেতন আৰু হাঁহি-কৌতুক উপদেশৰে শিক্ষা দিবলৈ চেষ্টা কৰা হৈছে। Wisdom in a smiling mood — এয়ে বেজবৰুৱাৰ ৰচনা কৌশল। হিন্দু-মুছলমানৰ সাম্প্ৰদায়িক বিৰোধ, গান্ধী-আৰুইণ চুক্তি, ফেছিষ্টবাদ

সাম্প্ৰদায়িক ভাগ বাটোৱাৰা স্ত্ৰী-স্বাধীনতা এনে ধৰণৰ সাময়িক জ্বলন্ত সমস্যাবোৰেই ৰূপাবৰৰ দৃষ্টিকোণেদি প্ৰকাশ পাইছে। বৰবৰুৱাৰ গল্পপ্ৰয়াস, মিলনৰহস্য, জীৱনমৰণ বিচাৰ আদি প্ৰবন্ধ ব্যক্তিনিষ্ঠ লঘু হাস্যোজ্জ্বল চিত্ৰৰ উদাহৰণ।

কাকতৰ টোপোলাৰ বেছি ভাগ প্ৰবন্ধই অসম সম্বন্ধীয়, ওভতনিত ভাৰতীয় সমস্যাই প্ৰধানকৈ স্থান লাভ কৰিছে আৰু বুৰবুৰণিত অসমৰ সমস্যাৰ পৰা আৰম্ভ কৰি বিশ্বৰ নানা সমস্যাই ঠাই পাইছে। ৰচনাৰ কাল হিছাপেও কাকতৰ টোপোলা প্ৰথম অৱস্থাৰ আৰু বুৰবুৰণি শেষৰ। "পোনপটীয়া কথাটোকে বেঁকাকৈ বাছকবনীয়া শব্দৰ আঁৰিয়া ধৰি জলাই জকমকীয়া কৰা" প্ৰকাশভঙ্গীৰ পিঠিত উঠি সকলো ধৰণৰ বিষয় বস্তুৱেই আত্মপ্ৰকাশ কৰিছে। এই বিচ্ছিন্ন আৰু বিভিন্ন বিষয়ৰ প্ৰকাশৰ বাহন হ'ল হাস্যৰস আৰু সকলোবোৰৰ মাজৰ একমাত্ৰ যোগসূত্ৰ হ'ল লেখকৰ স্বদেশপ্ৰীতি।

শেহান্তৰত সঙ্কলন কাৰ্য্যৰ বিষয়ে একাষাৰ। বাঁহীয়েই বেজ-বৰুৱাৰ প্ৰধান সাহিত্যিক-সৌধ। সম্পাদকীয় আলোচনা-সমূহৰ বাহিৰেও বাঁহীৰ পাতত বেজবৰুৱাৰ অলেখ মনোৰম প্ৰবন্ধ সিচঁৰতি হৈ আছে। বেজবৰুৱাৰ জীৱন কালতেই এই প্ৰবন্ধসমূহ সংগ্ৰহ কৰি বুৰবুৰণি, কৃষ্ণকথা, পুথি-পৰিচয় আদি নামত প্ৰকাশ কৰিবলৈ আঁচনি তৰা হৈছিল। বুৰবুৰণিৰ প্ৰবন্ধসমূহ দহ বছৰৰ পূৰ্ব্বে সেই উদ্দেশ্যেই সঙ্কলিত হৈছিল। বৰ্ত্তমান সম্পাদিত পুথিত মূল প্ৰবন্ধৰ অ'ত ত'ত কোনো অংশ বা বাক্য অবান্তৰ বিবেচনা কৰি বাদ দিয়া হৈছে। আমাৰ সঙ্কলিত এই প্ৰবন্ধসমূহ ট্ৰিবিউন প্ৰেছৰ গৰাকী আত্মশক্তিত সাহসী প্ৰতিভাৰ বৰপুত্ৰ শ্ৰীযুত ৰাধাগোবিন্দ বৰুৱাৰ অনুগ্ৰহত প্ৰকাশ হল। শ্ৰীযুত বৰুৱাৰ অসমীয়া সাহিত্যৰ



প্ৰতি অকৃত্ৰিম অনুৰাগৰ হেতু বেজবৰুৱা আৰু বৰদলৈৰ গ্ৰন্থৰাজিয়ে নতুন জীৱন লভিছে। দেশবাসী সেইবাবে শ্ৰীযুত বৰুৱাৰ ওচৰত চিৰ কৃতজ্ঞ। তেওঁৰ নিৰ্মাণ জাতীয় কীৰ্ত্তিস্তম্ভ। শ্ৰীযুত বৰুৱাৰ পৰিশ্ৰম আৰু অধ্যৱসায় জয়যুক্ত হৈ অসমীয়া জাতিৰ গৌৰৱ বঢ়াওক—এয়ে পাতনিৰ সামৰণিত আমাৰ কামনা।

গুৱাহাটী বিশ্ববিদ্যালয়,
গুৱাহাটী, ১৯৫১।

**শ্ৰীবিৰিঞ্চি কুমাৰ বৰুৱা।**
**শ্ৰীসত্যেন্দ্ৰ নাথ শৰ্ম্মা।**

# সূচীপত্ৰ




# বৰবৰুৱাৰ ভাবৰ বুৰবুৰণি

—:o:—

## মৃত্যু-ফল

আজি আকৌ বুৰবুৰণিৰ প্ৰৱল প্ৰতাপ! উঠিছে, মৰিছে, মৰিছে, উঠিছে। ঠিক যেন অষ্টমীত অগাধ গম্ভীৰ সাগৰৰ ঢৌৰ উত্থান আৰু পতন। ঠিক যেন "উত্থায় হৃদি লীয়ন্তে দৰিদ্ৰাণাং মনোৰথাঃ।" কাৰণটো শুনা; বহাগ-বিহুৰ ফেৰফেৰীয়া বতাহ, মেঘৰ মেৰমেৰীয়া আটাহ, আকাশত গুৰু গুৰু ধ্বনি; বিজুলীৰ জুই আঙনি; ভিতৰত শূন্য ভৱন; বাহিৰত কিন্‌কিন্ বৰষুণ। কবি জয়দেৱে কবৰ নিচিনা—"মেঘৈৰ্মেদুৰম্বৰং বনভূবঃ শ্যামস্তমাল দ্ৰুমৈনক্তং।" এনে কালতো যদি বুৰবুৰণি নুপজিব, তেন্তে উপজিব কেতিয়া? কৃষ্ণদেৱ উপজিছিল কেতিয়া?—যেতিয়া,—

"ঘোৰ অন্ধকাৰ নিশা বৰষিছে এ
নুশুনি প্ৰজাৰ মাত।
পালি পহৰীয়া সবে নিদ্ৰা গৈলা
উপজিলা জগন্নাথ ॥"

সেইদেখি আকৌ কওঁ যে এনে বতৰত বুৰবুৰণি নুপজিলে সি উপজিব কেতিয়া? তুমি মুকলি পথাৰত ফুৰিবলৈ যাওঁতে নে, ভাগৰি-জুগৰি ঘৰলৈ উভতি আহি এমুঠি খাই শুবলৈ যাওঁতে?

আজি গণ্য-মান্য বুৰবুৰণিটোৰ ইস্তাহাৰ এই:—

হে ভদ্র মহোদয় সকল! তোমালোক শীঘ্রে পাৰা মৰাহঁক। পৰা পক্ষত জীয়াই নাথাকিবা, কাৰণ মৰিলেই স্বৰ্গলাভ। গীতাই কৈছে:—"হতোবা প্রাপ স্যসি স্বৰ্গংজিত্বা বা ভোক্ষসে মহীং" জীয়াই থাকি মহী ভোগ কৰাটো তোমালোকৰ কপালত যে নাই, সেইটো দেখিবলৈকে পাইছোঁহঁক। এতেকে মৰাই ভাল নহয়নে? মোৰ বিশেষ অনুৰোধ যে, তোমালোকে শীঘ্রে মৰি স্বৰ্গলৈ যোৱাহঁক। মৰাটো যে নিশ্চয় ভাল, তাত সন্দেহ নকৰিবা, সেই দেখি তোমালোকৰ ভিতৰত ৰি যি পাৰাহঁক, সৈয়া হৈ, বা গাই গোটা হৈয়েই অথবা শোভাযাত্রা কৰি মৰাহঁক। হে পৰন্তপ সকল! "মা ক্লৈব্যং গচ্ছ। ক্ষুদ্র হৃদয় দৌৰ্ব্বল্যং ত্যক্ত্বা উত্তিষ্ঠ।"

সিদিনা মতিলাল নেহেৰু মৰিলত মহাত্মাই কি কৈছিল, তোমালোকৰ মনত আছেনে? পণ্ডিতৰ মৃত্যুত তেওঁ তোমালোকক আনন্দিত হবলৈ কৈছিল। কাৰণ পণ্ডিত মৰি তোমালোকক স্বৰাজ চপাই দিলে।

এতেকে বৰবৰুৱাই কয়, ভাইহঁত তোমালোক মৰা, মৰা, মৰা। দহোকুৰি মৰা। তোমালোক মৰিলে মঙ্গল। য'তে



যি যেনেকৈ আছা, ত'তে তেনেকৈ থাকিয়েই মৰা। জাপৰ তলত থকাজন জাপৰ তলতে মৰক। মৰাটোৱেই হৈছে মূল কথা; সেইদেখি স্কুল, কাছাৰি, ছাপাখানা য'তে যি আছাহঁক ত'তে মৰি যোৱা। ভাবি-চিন্তি সময় নষ্ট নকৰিবাঁহঁক। একেবাৰে চকুমুদি মৰা; ওচৰত গোমতী বা গঙ্গা নদী আছে যদি ভালেই; নাই যদি নামদাং, কাকজান, সোৱণশিৰি, ডাউলখোৱা যি আছে সিয়েই কাম দিব। বিলম্বে কাৰ্য্য নাশ। সেইদেখি পলম নকৰিবাঁ, উৎসৱত তুমি ডিঙি পাতি দিয়া, কলিকটীয়াই তোমাক ঘেচ্ কৰে সিকৰ্ম্ম কৰি তেজেৰে কপালত ফোট লওক। বৰকাঁহ বজাওক, ঘণ্টা কোবাওক, আৰু থাকিলে ডবা-বাদ্য কৰক। বোলো চলক, চলক, চলক জানি কি?

ছাগলীটোৱে প্রাণ দিয়ে পূজা কৰোঁতা গৃহস্থৰ মঙ্গলৰ অৰ্থে। তিলক, চিত্তৰঞ্জন, লাজপৎ ৰায়, মতিলালে যেনেকৈ হওক প্রাণ দিলে. হাজাৰে হাজাৰে তোমালোকক সুখত ৰাখিবলৈ। পৃথিবীত কিছুমানে দুখক স্ব-ইচ্ছাই বৰণ কৰি লৈ মৰে, আৰু হাজাৰে হাজাৰে মানুহ তাৰ সীমা নগছকি জীয়ে। সিদিনাৰ মহাযুদ্ধলৈ নোচোৱা কিয়? এটা উঠি অহা Generation অৰ্থাৎ ডেকা তৰফৰ প্রায় এটাইবোৰ মানুহ মৰি উছন্ন হল, খোৰা হল, কোঙা হল, কণা হল, কলা হল, বলিয়া হল; চৰকালৈ চাকোলা হল, ঘুগুলা উঠিল, চুৰমাৰ হল, বুটি হল। কিহৰ নিমিত্তে? মাথো, তেওঁলোকৰ বুঢ়া মেঠা আদহীয়া আৰু ৰান্ধনিক উচটাই জোল খোৱা টেঙৰ চৰকাৰী বিষয়া-

বোৰক, বেহেৰুৱা-বেপাৰী–সদাগৰ-দোকানদাৰবোৰক সুখ আৰু গপত ওফোন্দাই ৰাখি দুই হাতে ধনঘটি ধনী হবলৈ যোৱা বোৰৰ ধনৰ মোণা ভৰাই দিবলৈ। যুঁজ কৰি ম নির্দ্দোষী Wrong persons অর্থাৎ মৰিব নলগীয়া সাধাৰ খেতিয়ক গাৱঁলীয়া আৰু নগৰীয়া কেৰাণী মহৰীবোৰ, ধোব নাপিত, কমাৰ, চমাৰ, কুমাৰ, হজুৱাবোৰ। আৰু যাৰ দোষ যুঁজ সংঘটিত হয়, সেইবোৰে যুদ্ধক্ষেত্ৰৰ পৰা তিনিদিন বাটৰ আঁৰ হৈ থাকি সাবে। মোৰ কথাত সঁজাত নোযোৱা যদি যুদ্ধৰ মাজত থকা আৰু তাৰ পৰা দৈবাৎ নমৰাকৈ সা অহা বত্রিশ বছৰীয়া চিপাহী এজনে লিখা “All qui in the western front” নামৰ বিখ্যাত কিতাপখন পঢ়া বাপেকে হাড় ভাঙ্গি মঙ্গহ মাটি আৰু তেজ পানী কৰি ধ ঘটি গ'ল কাৰ নিমিত্তে, কোৱাচোঁন? তেওঁৰ ধনুৰ্দ্ধৰ পুতে বা আন কোনো উত্তৰাধিকাৰীৰ নিমিত্তে যি এদিনলৈ মূ ঘাম মাটিত পেলাই, সেই ধনৰফুটা-কড়ি এটাকে ঘটা নাছিল লোকৰ কথাকে নালাগে, আমাৰ অসমদেশতে জনদিয়ে আহাৰ নিদ্ৰা পৰিহাৰ কৰি যি ধন ঘটি থৈ গ'ল সেই ধ কোনে খালে? কোনে খাইছে? সেই ধন উপার্জ্জন কৰা যাৰ বৰঙনিৰ ভাগ ডাঙৰ খাছীয়া এটা আলু মাথোন। কি এই কথাত আচৰিত হবৰ একো নাই; কাৰণ সংসা গতিয়েই এনে। এক মৰে আনক সুখী কৰিবলৈ। ম পহু, ছাগলী,, হাঁহ, পাৰ, কুকুৰাই প্ৰাণ দিয়ে; আনক মা জোঁল, মঙহৰ আঞ্জা খুৱাই নোদোকা কৰিবলৈ। এনেকু



বিধৰ আত্মোৎসৰ্গকে সকলোৱে সাধুবাদ প্ৰদান কৰে। দধিচীৰ হাড়, গান্ধীৰ সৰ্ব্বস্ব, চিত্তৰঞ্জনৰ চিত্তে, লাজপৎৰায়ৰ বিত্তে, মতিলালৰ দানে, আৰু যতীন দাসৰ প্ৰাণে নিশ্চয় দেশক ডাঙৰ কৰিলে। এতেকে ভাইহঁত, মৰি যোৱা, জল্‌দি মৰাঁ, ঝট্‌পট্‌ মৰাঁ, দ্ৰুতবেগে মৰা, খৰকৈ মৰাঁ, উশাহ লৈ মৰাঁ, উশাহ এৰি মৰাঁ, মৰি দেশখন উদ্ধাৰ কৰাঁ, বৰবৰুৱা কৃপাবৰৰ কথা কিন্তু স্বকীয়া। তেওঁৰ বিত নাই, চিত নাই, দান নাই, মান নাই, তেজ নাই, শক্তি নাই, আছে মাথোন জুয়ে নোপোৰা মুখখন। শালগ্ৰাম শিলৰ উঠা বহা সমানৰ দৰে তেওঁৰ মৰা-জীয়া দুয়োটা সমান। তাত কাৰো লাভ নাই, লোকচানো নাই! তেওঁ ক্ষুদ্ৰ মনুষ্য, তেওঁৰ নিচিনা নগণ্য মানুহ দিনৌ মৰিছে; দিনৌ জী আছে, তাত চন্দ্ৰ সূৰ্য্যৰ ৰথ অচল নহয়। আন নালাগে ঘৰৰ পিৰালিত বহি ভতুৱা কুকুৰ এটাই তেওঁৰ দুখত ৰাউচি নিদিয়ে।

“জীয়ন্তে চ মৃয়ন্তে চ মদ্বিধাঃ ক্ষুদ্ৰ জন্তবঃ।” সেইদেখি বৰবৰুৱাই “নিজের ব্যথা নিজের অশ্ৰু, নিজে নিয়ে যাবে, আরত কেহ অশ্ৰু ফেলিবা না।” এই নিমিত্তে আজি বৰবৰুৱাই মৰিবৰ সঙ্কল্প পৰিত্যাগ কৰি, কিছুমান চেলেউ ছুপিবলৈকে থিৰ কৰিলে। সেই কাৰ্য্যৰ দ্বাৰাই দুখীয়া প্ৰজাৰ কিবা এফেৰি উপকাৰ হয়েই কিজানি! আশা আছে চেলেউৰ ধোৱাঁৰে আকাশত পৰ্জ্জন্য অৰ্থাৎ মেঘৰ সৃষ্টি হব। মেঘ হলেই বাৰিবৰ্ষণ হব। বাৰিবৰ্ষণ হলেই হলকৰ্ষণ, তৎপশ্চাৎ

ধান্য ৰোপণ, তৎ পশ্চাৎ ধান্যৰ শীৰ্ষ অৰ্থাৎ থোক নিক্ৰম তৎপশ্চাৎ ধান্য পক্কন, দাৱন আৰু খাদন আৰু ততঃ সুখম "প্লেনটো" বেয়া নে বোপা ?

"অন্নাদ্ভৱন্তি ভূতানি পৰ্জন্যাদন্ন সম্ভৱঃ।
যজ্ঞাদ্ভৱতি পৰ্জন্যোযজ্ঞঃ কৰ্ম্মসমুদ্ভবঃ॥"

অৰ্থাৎ অন্নৰ পৰা জীৱৰ জন্ম। বৰষুণৰ পৰা অন্নৰ সম্ভৱ যজ্ঞৰ পৰা বৰষুণ। কৰ্ম্মৰ পৰা যজ্ঞৰ উদ্ভৱ।

এতেকে মোৰ কৰ্ম্ম চেলেউ হুপি ধোৱাঁ উলিয়াই আৰ শলৈ উবাই দি মেঘৰ সৃষ্টি কৰি বৰষুণ দিওৱা। বৰ পৰিলেই অন্ন আৰু অন্নৰ পৰাই জীৱৰ সৃষ্টি। চেলেউ হো কৰ্ম্ম,—যজ্ঞৰ গুণ দেখিলানে এতিয়া ? মই মৰি গ'লে, 'কা হেন গুণ নিধি' মোৰ চেলেউটো কাৰ হাতত সঁপি দি যা কোনে তাৰ তালাপি কৰিব ? সেইদেখি মই মৰাটো উচি নহয়। তোমালোক অকলে মৰাহঁক।

বাইজে নিশ্চয় ইয়াৰ পাছত, মোৰ কথাবোৰ ভাবি-চি চাই মোক কব ; "বৰবৰুৱা ডাঙৰীয়া ! যদি আপুনি জীয়া থাকি চেলেউ হোপা কৰ্ম্ম-যজ্ঞ সাধন কৰিলে আমাৰ খো পথাৰৰ সুবিধা হয়, তেন্তে আপুনি জীয়াই থাকক, আ জগৰ নধৰোঁ।"

——:০:——



# যুগ-ধৰ্ম্ম

দুখৰ কথা যে এই কলিযুগত এটাইবোৰ ক্ষুদ্ৰ হৈ পৰিল। প্ৰাণ ক্ষুদ্ৰ হল, মন ক্ষুদ্ৰ হল, গা-গাৰি ক্ষুদ্ৰ হল, আৰু তাৰ উপৰি, ভৱিষ্যতৰ আশা ভৰষাৰ স্থল লৰালুৰিবোৰো ক্ষুদ্ৰ অৰ্থাৎ কিবা টিলৌটিপৌখন হৈ পৰিল। আগৰ যুগৰ একোজনী গায়ে দিনৌ দুমোন আঢ়ৈ মোনকৈ গাখীৰ দিছিল। কলিযুগীয়া বৰবৰুৱাৰ দিনত আগৰ গাইৰ সতিসন্ততিবোৰৰ অৱস্থা এবাৰ নিৰীক্ষণ কৰা। আজিৰ গায়ে ঘাঁহ খায় এবোজা, ভাতৰ পোতনি খায় এচৰু, কলাপাতৰ নুৰাত দিয়া লোণ চেলেকি কলাপাত ভক্ষণ কৰে দুন্নুৰা, তথাপি গাখীৰ দিয়ে আধেৰ, তিনি পোৱা বা মাৰি কাটি এসেৰ। দ্বাপৰৰ শেহৰ শ্ৰীকৃষ্ণৰ ধৱলী, শ্যামলী, কালী, কমলিনী গায়ে দামুৰি আৰু দামুৰি ৰখীয়া কৃষ্ণৰ স্নেহত আৰু প্ৰেমত, ঢপলিয়াই ফুৰোঁতে, তাইহঁতৰ ওহাৰৰ গাখীৰে বাট তিয়াই গৈছিল। আজি কালি চুকুণী গায়ে বৰবৰুৱাৰ জেওৰা ভাঙ্গি শাকনিত সোমাই লফা-শাক, বাবৰি শাক চুৰকৈ খাই, তহিলং কৰি, কাৰ প্ৰেমত কব নোৱাৰোঁ, গাখীৰৰ সলনি চেৰেলিয়াই যায়। এইবোৰ কলিযুগৰ জুলুম। অৱশ্যে কলি অকল যে ভাৰততে প্ৰৱেশ কৰিছে এনে নহয়, পৃথিবীৰ কোনো দেশ বাদ পৰা নাই। কিন্তু সেইবোৰ দেশত কলিয়ে ইমানকৈ গাই আৰু

গাখীৰৰ ওপৰত হস্তক্ষেপ কৰিব পৰা নাই। সি সেইবোৰ দেশৰ ধন-বস্তু, পো-পোৱালী বঢ়াই টুটাই সিহঁতৰ মাজত দ্বন্দ্ব-হাই, মৰা-মৰি কটা-কটি লগাই দিহে ৰং চাই ফুৰিছে। কিন্তু ভাৰতত তাৰ মাৰঘাত। হিন্দুৰ দুটা প্ৰধান বস্তুতে সি হাত দিলে—যথা গো আৰু ব্ৰাহ্মণ। গাইৰ গাখীৰ শুকাল, বলদৰ জকা ওলাল; ব্ৰাহ্মণৰ বেদ পাঠ বন্ধ হল, সন্ধ্যা-পূজা পৰিল, টিকনি সৰিল; বল মাথোন চতুৰ্ব্বৰ্ণ বিমিশ্ৰিত ছয়ত্ৰিশ শ ছয়ত্ৰিশ জাতৰ মানুহৰ কুক্কুট ভোজনৰ স্পৃহা, ফটিকাৰ পিয়াহ আৰু অভাৰত গঞ্জিকা সেবন, মিছালি, বেশ্যালি আৰু চাতুৰি বা চতুৰালি। ইত্যাদি।

সত্য যুগৰ মানুহ, গছ, পশু-পক্ষী কিমান ডাঙৰ আছিল, শাস্ত্ৰ পঢ়িলেই জানিবাঁ। আন নেলাগে, এখন পঞ্জিকা মেলি চোৱা, দেখিবা——

"নৰাণাং লক্ষবৰ্ষ পৰমায়ুঃ। মজ্জাগতাঃ প্ৰাণাঃ, ইচ্ছামৃত্যুঃ। একবিংশতি হস্ত পৰিমিতো মানবদেহঃ।" বোলো সিও আমাৰ এই বুটি হাতেৰে নহয়, সত্যযুগীয়া লাঙি হাতেৰে। ব্যৱহাৰ পাত্ৰং সৌবৰ্ণং আৰু আজি আমাৰ ব্যৱহাৰ পাত্ৰ কাঁহৰ পৰা গৈ মাটি, চিনামাটি আৰু কলাপাতত পৰিছেগৈ।

ত্ৰেতাত এইবোৰ আৰু কমি আহিল। "দশসহস্ৰ বৰ্ষ পৰিমিতং মনুষ্য পৰমায়ু অস্থিগতাঃ প্ৰাণাঃ। চতুৰ্দ্দশহস্ত পৰিমিতো মনুষ্য দেহঃ।" দ্বাপৰত আৰু কমি "নৰাণাং সহস্ৰ বৰ্ষ" পৰমায়ু হ'ল। সপ্তহস্ত পৰিমিতো মানব দেহঃ। ৰুধিৰ গতাঃ প্ৰাণাঃ।"



বোলো আমাৰ কলিত একেবাৰেই চূড়ান্ত। মানুহৰ পৰমায়ু ছকুৰি বছৰত পৰিলহি, কিন্তু, "মেলিঞ্চ ফুড", "হৰ্লিক", "মল্টেড মিল্ক" আৰু "চাগুদানা"ৰ বলত এই ছকুৰি বছৰ পূৰ্ণ পৰমায়ুকো হাজাৰৰ ভিতৰত দুজন এজনহে ধৰিব লগাত পৰিল। বাকীবোৰৰ তিৰী কুৰিতে বুঢ়ী আৰু মতা ছল্লিশতে নাইবা টানি-মানি পঞ্চাশতে সিফলীয়া গতা। দ্বাপৰৰ সাতহতীয়া মানুহ কলিত মাত্ৰ ত্ৰিহস্তত পৰিলহি। কলিৰ পৰমায়ু ৪৩২০০০ বছৰ। ইয়াৰ ৫০৩১ বছৰহে উকলিছে। এতিয়াই এই অৱস্থা। কলিৰ শেহৰ ফালে মানুহ বালখিল্ল নহলে ৰক্ষা। ৰক্ষা কি, হবগৈ নিশ্চয়। আমাৰ ঘৰুৱা মাতেৰে কবলৈ গলে তেতিয়া মানুহে ভেকুৰি বা বেঙেনা গছত হাকুটি লগাইহে ভেকুৰি গুটি আৰু বেঙেনা পাৰিব পাৰিব। অন্নগতাঃ প্ৰাণাঃ। অৰ্থাৎ শালিধান বা আহুধানৰ ভিতৰতহে মানুহৰ প্ৰাণে বাহ ললেগৈ। যি বছৰত পথাৰত ধান নহয়, সেইবছৰত মানুহে ভাত খাবলৈ নাপাই খাব লগা পুখুৰীত পুঠী ডৰিকনাই ঢেলওপঙা মৰাদি মৰে। পাত্ৰ নিৰ্ণয়ো নাস্তি, অৰ্থাৎ আনৰ পৰা চাঁহি-চুঁহি আনি চহকী হোৱা। কিছুমানে সোণৰ বাটিত ৰূপৰ কাঁহীত ভাত খাব পাৰে। কিন্তু বাকী-বোৰৰ কপালত শালপাত, বা কেঁতুৰিপাত। ৰজা, প্ৰজা আৰু ভূমিৰ লক্ষণঃ—"ধৰ্ম্ম সঙ্কুচিতস্তপো বিৰহিতং সত্যঞ্চ দূৰং গতং। ক্ষোণী মন্দফলা নৃপাশ্চ কুটিলাঃ (অৰ্থাৎ diplomatic বা statesman like) শাস্ত্ৰেতৰাঃ ব্ৰাহ্মণাঃ॥ লোকাঃ স্ত্ৰীবশগাঃ

স্ত্রিয়োঽতি চপলাঃ পাপানুৰক্তা জনাঃ। সাধুঃ সীদতি দুৰ্জ্জনঃ।" মহানিৰ্ব্বাণতন্ত্রত কৈছে—যদাতু ম্লেচ্ছজাতীয়া ৰাজানো ধন লোলুপাঃ।" অৰ্থাৎ "টেক্স" "টেক্স" "টেক্স"। দেহি, দেহি পুনঃ পুনঃ। ইতি ভাবঃ। পানী খাইছ, পইছা দে, বতাহ খাইছ, ধন দে। লোণ খাইছ টেক্স দে, মাটি খাইছ, খাজনা দে। ভেঁটিত আছ ভেৰোণ দে। দু-পইছা আৰ্জ্জিছ তাৰ ভাগ দে ইত্যাদি ইত্যাদি। সেইদেখিয়েই কলিত হৰি নামৰ ব্যৱস্থা, সত্যযুগৰ ধ্যান, ত্রেতাৰ যজ্ঞ, দ্বাপৰৰ পূজা এই দেহি দেহিৰ আমনিৰ তাপত কলিৰ মানুহে মন দি কেতিয়াও কৰিব নোৱাৰে। সেই দেখি ৰজাৰ কটোৱালে দুটা চাৰিটা খকবা-মুকুটি মাৰি টানি লৈ যাওঁতেও, হে হৰি ৰক্ষা কৰা! বন্দে-মাতৰম্! গান্ধী মহাত্মাৰ জয়! ইত্যাদি কীৰ্ত্তনৰ কলিত শাস্ত্র-সঙ্গত ব্যৱস্থা।

কলিত কি কি ঘটিব, আমাৰ শাস্ত্রই তাক বিতংকৈ লিখিছে। সেইবোৰ ফলিয়াইছে নে নাই, চকু মেলি চালেই দেখিবা। কলিত বাবাজী, ফকিৰ, ধৰ্ম্মধ্বজবোৰ কেনেকুৱা হব, শাস্ত্রত লেখা দৰেই হৈছে নে নাই চাই লোৱা—

"হাতে গলে শিৰে তুলসী ৰুদ্রাক্ষ
মালা পিন্ধি জোটাজোট।
মুণ্ডে মুণ্ডে পিন্ধি কৌপিন কাপোৰ
দিয়ে চৰাচৰ ফোট॥
হাতত তামৰ কৰ কমণ্ডলু
কান্ধত খটনা পাৰি।



কৰে কাষে জুলি মাখি ভস্ম ধূলি
কাৰো ভোবোকাৰ ডাঁড়ি।
পৰমহংসৰ বেশ ধৰি ক'তো
কতো বোলায় ব্রহ্মচাৰী।
'হামু মহাযোগী' বুলি কত নৰে
ক'তো লগে লৈয়া নাৰী॥
ধৰ্ম্মধ্বজা কৰি এহিমতে নৰে
ফুৰিবেক নানা দেশ।
এন্তে ব্রহ্ম বুলি কতো পশু নৰে
তাৰ লৈবে উপদেশ॥

আমাৰ শাস্ত্রই ভণ্ড-তপস্বীক কেতিয়াও প্রশ্রয় দিয়া নাই, আৰু নিদিয়েও। অন্তৰত বৈৰাগ্য নাই, অথচ বাহিৰে বৈৰাগীৰ সাজ-পাৰ পিন্ধি বৰাগী বোলাওঁতাক শাস্ত্রই শুদাই নেৰে, আৰু শুনা—

"বোলাই গুৰুপুত্র দিবে মন্ত্র সূত্র
কৰিয়া অতি গুপুত।"

গুৰুৰ পুতেক উত্তৰাধিকাৰ সূত্রত গুৰু। শিষ্য ভজোৱা, শিষ্যক জ্ঞান দি উদ্ধাৰ কৰিব পৰা ক্ষমতা সেই পুত্র গুৰুৰে পিতা-গুৰুৰ পৰা মাটি বাৰী খাটপামৰ লগতে অধিকাৰ কৰিলে, তেহেলৈ গুৰুজনৰ জ্ঞান, বিদ্যা ধৰ্ম্মভাৱ যিমানকে নাথাকক। গুৰুগিৰি ব্যৱসায়ত পৰিণত হল।

"জাতি ও অজাতি একত্রে ভুঞ্জিবে
হৈবে জাতিকুল ভ্রষ্ট।"

এইটো হৈ আহিছেনে নাই, চোৱা আৰু সেই বিষয়ত নিবহনিপালী ধৰ্ম্মধ্বজ বৰবৰুৱাক কোৱা—

"কলিৰ যুগত হব অল্প আয়ু
যতেক লোক সকল।"

এই কথাৰ প্ৰমাণৰ আৱশ্যক নাই। ছকুৰি বছৰৰ আগেয়ে, আমাৰ অসমতে ছকুৰি বছৰীয়া মানুহ গাঁৱে গাঁৱে আছিল। আজি তিনিকুৰী বছৰীয়া বিচাৰি উলিয়াবলৈকে চোবাং চোৱাৰ সহায় লব লাগিব;

"সকলে ধেনুত অল্প দুগ্ধ হৈবে
দুগ্ধত নহৈব ঘৃত।
হৈয়া মহামানী পৰম অজ্ঞানী
বোলাইবে মহা পণ্ডিত।"

গাখীৰৰ কথা মই ওপৰত কৈ আহিছোঁ। মাখনৰো সেই কথাই। নহলে বোম্বাই 'বাটাৰ' (মাখন) আলিগড় 'বাটাৰ' বুলি বেচা ছাই আৰু কল মিহলোৱা মাখনক মাখন বুলি খাই মানুহৰ ইমান Dispepsia অৰ্থাৎ মন্দাগ্নি নহলহেঁতেন। আৰু পৰম অজ্ঞানী মহাপণ্ডিত বোলাই মান বিচাৰি ফুৰা মানুহৰ উদাহৰণ বিচাৰি আঁতৰলৈ যাবৰ সকাম নাই। বৰবৰুৱাৰ ছাঁটো নেলেখি গাটো লেখিলেই হব।

"ব্ৰাহ্মণৰ চিহ্ন যজ্ঞসূত্ৰ মাত্ৰ
নাথাকিবে ধৰ্ম্ম আন।"

বোলো আজিকালি যজ্ঞসূত্ৰয়ো বপুৰা অনেক ব্ৰাহ্মণক এৰি আঁতৰিছে। বিপদৰ কালত এনেকুৱা হয়েই। দিনে-



ৰাতিয়ে গাতে লাগি থকা লগুণ ডালেও যেতিয়া ব্ৰাহ্মণক এৰি গ'ল আৰু বামুণৰ থাকিল কি? বিপদি ধৈৰ্য্যং জানি বৰবৰুৱাই ধৈৰ্য্য ধৰি বল।

আমাৰ কীৰ্ত্তনত আছে যে ত্ৰেতাযুগীয়া মুচুকুন্দই যেতিয়া কালযবনক তেওঁৰ চকুৰ অগনিৰে পুৰি, শ্ৰীকৃষ্ণক দৰ্শন কৰি, কৃষ্ণৰ আজ্ঞামতে পৰ্ব্বতৰ গহ্বৰৰ পৰা আহিল, তেতিয়া তেওঁ—

"হেন অনুগ্ৰহ আজ্ঞা পাই মাধৱৰ।
কৰিলা কৃষ্ণক প্ৰদক্ষিণ নৃপবৰ॥
চৰণে প্ৰণামি বাজ ভৈলা গহ্বৰৰ।
দেখে ক্ষুদ্ৰ ভৈল সবে বৃক্ষ পশু-নৰ॥
পাইলে কলিযুগে আসি মানি মহাৰথ।
ধৰিলন্ত উত্তৰ দিশক লাগি পথ॥

আমাৰ নমনা ইংৰাজী শিক্ষিত ডেকা লৰাখনে কব যে এইবোৰ ভঙুৱাৰ কথা। কওক। কিন্তু তাৰ পিছত যেন তেওঁলোকে কলিকতাৰ মিউজিয়ম বা যাদুঘৰত থকা প্ৰকাণ্ড হাতীদাঁত দুটা কোন যুগৰ, আৰু মাটি খানি উলিয়াই, ইউৰোপৰ আন আন যাদুঘৰবোৰত থোৱা মেমথ, ডাঙৰ ডাঙৰ সৰীসৃপ প্ৰভৃতিৰ জকাঁবোৰৰ বিষয়ে সবিশেষ আমাক জনায়। এইবোৰৰ যি দুটা-চাৰিটা আজিলৈকে পোৱা গৈছে সিও এচৰু শাকত এটা জালুক। যুগ যুগান্তৰ জ্ঞান-বিজ্ঞান ভঁৰাল, আজিও পৃথিবীৰ এন্ধাৰ বুকুত। তাৰে দুটা-চাৰিটা চিটিকি আমাৰ চকুৰ আগত পৰা দেখিয়েই আমি—পালোঁ,

পালোঁ, জানিলোঁ, জানিলোঁ বুলি চিঞৰি জপিয়াই ফুৰিছোঁ-হঁক। এইবাবেই কবি হবলৈ যোৱা কোনোবা অসমীয়া এজনে কবিতা কৰি লিখিছে।

"জ্ঞান, জ্ঞান, কৰি ফুৰি
গোৱালোঁ জীৱন ঘূৰি ঘূৰি।
জ্ঞানৰ নাপালোঁ উৱাদিহ
গোটালোঁ খোলা কুটি॥

ছাৰ আইজাক নিউটনেও সেইদেখি কৈছিল, যে তেওঁ সাগৰৰ পাৰৰ বালিত শিলগুটিহে বুটলিছে।

ব্ৰহ্ম বা ঈশ্বৰ কেনেকুৱা এই প্ৰশ্নৰ উত্তৰত উপনিষদে কৈছে—সত্যং জ্ঞানমনন্তং ব্ৰহ্ম। অৰ্থাৎ ব্ৰহ্ম সত্যস্বৰূপ, জ্ঞান-স্বৰূপ, অনন্ত স্বৰূপ জ্ঞানময়, তেওঁ যদি অনন্ত, জ্ঞানো তেন্তে অনন্ত। এই অনন্ত জ্ঞানৰ এটি ছুটি পায়েই আমি নিজক পৰম জ্ঞানী বোলোঁহক। লৰ্ড আৰ্ উইনৰ খানা খোৱা হৈ গলে, যেনেকৈ ইন্দুৰ এটাই মাজৰাতি আহি, খানাৰ মেজৰ তলত পৰি থকা পাউৰুটিৰ গুৰি গোটাদিয়েক খাই যদি ভাবে যে সি ভাইচ্‌ৰয় আৰু গবৰ্ণৰ জেনেৰেলে খোৱা খানা সোপাকে খাবলৈ পালে, ঠিক তেনেকুৱাই এটা কথা।

চকুৰ বিষয়েও এনে কথাহে, চকুৰ বিহাৰ আচলত ধৰি যি মানুহক বুঢ়া বুলি তৰিবলৈ যায়, সি হয় তিৰুতা; নহয় লৰা। বিতচকু এযোৰ পিন্ধি ললেই, সেই তিৰী আৰু লুৰীৰ মুখত চুঙা চাই সোপা দিয়া যায়। এতেকে তোমা-লোকে আজিৰ পৰা বৰবৰুৱা ডাঙৰীয়াক জ্ঞানবৃদ্ধ, বয়োবৃদ্ধ



একো নুবুলিবা। বৰবৰুৱাৰ পক্ষে তেনেবোৰ বিশেষণ দেৰ্দ্দৰীয়া চোকা অপমান। কিয়? তাৰ কাৰণ সম্প্ৰতি বুজাই দিয়া হল। তেওঁৰ হাক নামানিলে, তেওঁৰ খং উঠিব পাৰে। খং উঠি-লেই তেওঁৰ মুখত টান মাত ওলাব পাৰে। যেনে——

তোমালোক— তোমালোক!—তোমালোক!!

ইমান Provocation অৰ্থাৎ উত্তেজনাতো বৰবৰুৱাই নিজক কেনেকৈ চম্ভালি ললে দেখিলা?

——ঃ০ঃ——

## জহ

বৰ ঘাম দেও হে বৰ ঘাম। অসহ্য। মোৰ ফুলনি-বাৰীৰ আদখিনি গছ, গতায়ু; আৰু ফলনিবাৰীৰো সমানে গছ বহিৰ্গত বায়ু। দুইবাৰীৰ গিৰিহঁতো ঘামৰ উদ্‌ভণ্ডালিত কলধোপ। ঘনে ঘনে তেওঁ তেওঁৰ মুখত একোঢোকা পানী দি থাকিহে জীৱটোক আয়ুৰ্ব্বেদৰ বাহিৰ হৈ যাবলৈ নিদি বেদ উলঙ্ঘি চলা পাপৰ ভাগী হোৱা নাই। Philan-thropist অৰ্থাৎ পৰ-হিতৈষী সকলেও অৱশ্যে তেওঁক এই কাৰ্য্যত এগিলাচ চৰ্ব্বত, এবাটি চাহ, ইত্যাদি দি সহায় কৰিছে। কিন্তু, ফিলেনথ্ৰ'পিষ্টৰ দয়া অনেক সময়ত অথলে

যায়। বুঢ়া-গৰুক ঘাঁহ-পানী দি জীয়াই ৰাখি সংসাৰ কি কল্যাণ হয়, কব নোৱাৰোঁ। এনে গৰুৱে হাল বা নোৱাৰে; গাড়ী টানিব নোৱাৰে, মৰণা মাৰিব নোৱাৰে পাবে মাথোন কোমল ঘাঁহৰ আগ খাই পাগুলি চকু মুদি শুই থাকিব। মইতো কওঁ—দূৰ কৰ তাক! পথাৰত পেলাই থৈ আহ তাক। কাউৰী শগুণৰ ভোজ হওক সি। ডেকাৰে ঠাই এৰি দিয়ক সি। ডেকাৰ ঠাই জুৰি পৰি থাকে কি বুলি? তাৰ কি আস্পৰ্দ্ধা যে সি ভাৱনা ঘৰৰ ডেক ভীম জৰাসন্ধই যুঁজিবলৈ যোৱা ঠাই ডোখৰত আগ দীঘলি কৰি শুবে। এইবাবেই মহাপুৰুষে ঘোষাত লিখিছে

শিশুৰ বিষয় আশা আগ, যুৱা সেৱা কৰে পায়া-লা
বৃদ্ধে ভোগ কৰি পিঠি দিলে বিষয়ক।
হৰি ভকতিক পৰিহৰি, বৃদ্ধে বিষয়ক টেৰ কৰি
পুনু পালটিয়া নিৰখি আছে কিসক॥
বৃদ্ধসবে জানা বিষয়ক, ভোগ কৰিবাক নপাৰয়
ভক্তিহীন বৃদ্ধে ত্যজিতে সমৰ্থ নয়।
দশন বিহীন কুত্তা যেন হাৰ চোবাইবাক নপাৰয়
জিহ্বা লবৰব কৰি মাত্ৰ চেলেকয়॥

বৰ্ত্তমানৰ ওপৰত এইডাল ৰাইডাং জোকৰা গ'ল, আৰু এডাল অতীতৰ ওপৰত জোকাবিবৰ আৱশ্যক হৈছে। যথা—ৰবৰুৱাই আগেয়ে অনেকবাৰ কৈছে, আজিও সেই কথাকে দোহাৰি কয় যে অতীত কালত আমাৰ পিতৃ-পুৰুষ





বোৰ কি আহম্মক আছিল, ভাবিলে সৰ্ব্বাঙ্গে জ্বলি যায়। তেওঁলোকে নিজৰ চেঁচা দেশখন এৰি থৈ খৰাং তপত দেশখনলৈ আহিবলৈ তেওঁলোকক কিহে পাইছিল? বোপাককাৰ চেঁচা দেশখন যদি তেওঁলোকৰ এৰিবৰ মনকে গৈছিল, তেন্তে তেওঁলোকৰ দদায়েক, খুৰাক, জেঠাক, আমৈয়েক, তাৱৈয়েকবোৰৰে সৈতে ইংলণ্ড, ফ্ৰান্স, জাৰ্ম্মানী প্ৰভৃতি শীতল দেশ বোৰলৈ নগল কিয়? ঠেক খাইবৰ গিৰিসঙ্কটৰ মাজেদি লগত ইমানবোৰ উট, ঘোঁৰা, গৰু, ছাগলী, হাঁহ, পাৰ, কুকুৰাৰ খাং, ডলা, কুলা, পাচি ইত্যাদিবোৰ ভাৰ বান্ধি লৈ হেঁচা-হেঁচি কৰি নাগৰা জোতা বা ফানটি ভৰিত পিন্ধি জুই-ছাই সিন্ধুদেশখনত সোমাবৰ বুধিটো তেওঁলোকক কোনে দিছিল? বোলো গৰু নামৰ চাবিঠেঙীয়া জন্তুটোতো গছত নালাগে দেওহে!

আমাৰ অতীজৰ বেলেগতীয়া দদাই-খুৰাইবোৰ কেনে বুধিয়ক চোৱা, তেওঁলোক চেঁচা দেশ ইংলণ্ড, ফান্স, জাৰ্ম্মেনী, প্ৰভৃতিলৈ গ'ল। আৰু আমাৰ নিজা ভোদাখনে পুৰাকলৰ পিণ্ড খাবলৈ এই ভাৰতত সোমাল। বোলোঁ, বাপাইহঁত, তোমালোকে পিণ্ড খাই থকা, আৰু তোমালোকৰ পাপৰ ফল আমি ঘামি-জামি পুৰি দেই মৰি গঙ্গা যমুনাত জল-ওপঙা দি স্নান কৰি তোমালোকক তৰ্পণ কৰি থাকোঁহঁক; আৰু চেঁচা দেশৰ পৰা আহি আমাৰ আলগতীয়া-বিলগতীয়াবোৰে আমাৰ পিঠিত ধিন্দো-খিতো বজাই থাকক। এই নিমিত্তেই

বৰবৰুৱা ডাঙৰীয়া পিতৃলোক নিবাসীসকলক পিণ্ড দিয়াৰ ঘোৰ বিৰোধী। আমি নিদিওঁ পিণ্ড, নহওঁ শইকীয়াৰ ল'ৰা। কথাষাৰ ভাঙি কওঁ। তাহানি লৰাইঁতৰ বাপেক ৰজা ঘৰলৈ গৈছিল। ৰজাই তাতে তেওঁক শইকীয়া পাতিলে। সেই খবৰটো কোনোবাই শুনি আহি লৰাইঁতৰ বাপেক ঘৰ পোৱাৰ আগতে লৰাইঁতক লৰি কলেহি---"লৰাইঁত, লৰাইঁত! বাপেৰ শইকীয়া হ'ল," লৰাইঁতে খবৰটো শুনি ৰঙত ঘূৰি ঘূৰি নাচি গাবলৈ ধৰিলে "লৰাইঁত, লৰাইঁত, বাপেৰ শইকীয়া হল।" আমি কিন্তু সেইদৰে নানাচোঁ, নুঘূৰোঁ, আৰু বোপাৰ শইকীয়াৰ লৰা বুলি সন্মানৰ দাবি কৰিবলৈকো অস্বীকাৰ কৰোঁ। কাৰণ বোপায়ে এই কৰাই খোলা যেন তপত দেশ খনত আমাক পেলালে কিয় ? শইকীয়া হবৰ লোভ পৰিত্যাগ কৰি বিলাতৰ লেঙ্কেচিয়েৰলৈ যদি তেওঁলোক গ'লহেঁতেন আজি আমি বস্তাই বস্তাই কাপোৰ পঠাই দি, ভাৰতৰ আদিবাসী দ্ৰাবিৰী, কোল, ওৰাং আৰু বাণ, বলি, নৰকাসুৰৰ সতিসন্ততি বোৰক তাৰে পুতি থলোহেঁতেন, কিমান কাপোৰ পিন্ধ. পিন্ধ দুখ কৰি এই ঘামৰ দিনত কপালৰ ঘাম ভৰিত পেলাই যঁত ঘূৰাই মৰিব নালাগিলহেঁতেন। আৰু কি কৰিলোহেঁতেন শুন দিব্য বিমানত উঠি, সোমৰস পান কৰি, গাত 'অটো-দি-ৰোজ' ঘঁহি আজি নিউইয়ৰ্কত, কাইলৈ পেৰিছত, পৰ্শু ইলৈ হংকঙ আৰু তৰ্শু ইলৈ হনলুলুত ঘূৰি ফুৰিলোঁহেঁতেন।

——:)(০)(:——

# বৰবৰুৱাৰ ৰাজনীতি

আজি ৰাতি পুৱাৰ পৰা বৰবৰুৱাৰ মহা চিন্তা ভাবনা। গান্ধী-আৰুইন চুক্তি-পত্ৰ বা সন্ধি-পত্ৰ ভঙ্গ হলে ভাৰতৰ কি গতি হব। কবলৈ গলে সাধাৰণতঃ বৰবৰুৱাই "পলিটিক্স" অৰ্থাৎ ৰাজনীতিৰ কথা লৈ মূৰ নঘমায়। কিন্তু "ষ্টিকছ্" দেখিছো বিষম ব্যাপাৰ "গুৰুচৰণ" অৰ্থাৎ গুৰুতৰ হৈ পৰে। আমাৰ হোজা অসমীয়াই "ষ্টিকছ্"ৰ সোৱাদ পালেও তাৰ মানে নুবুজে। "ষ্টিক্" মানে লাঠি অৰ্থাৎ টাঙোন। আৰু সেই টাঙোনেই যেতিয়া অনেক কোটোৱালৰ হাতত উঠি "পলি" হয়, তেতিয়া সি বিভীষণ ব্যাপাৰ হৈ উঠে। ইংৰাজীত "পলি" (Poly) মানে বহু। তাৰ প্ৰয়োগ যি ফালৰ পৰাই হওক, যদি সৰহ হৈ পৰে, তেন্তে সি "পলিটিক্স" শাৰীত উঠেগৈ। সেই দেখি বৰবৰুৱাই ভয়তে "পলিটিক্সৰ" কাষলৈ নাযায়। কিন্তু আজি পেটত অনেক দিনৰ পৰা গোটখাই "পলিটিক্সে" কণি পাৰি, জগাই, পাখি লগাই, সৰহ হৈ উৰি ওলাইছে, সেইবোৰক কোনে সোপা দি ৰাখিব ? ঠিক যেন পাখি লগা উইপৰুৱাহে। অৱশ্যে সেইবোৰৰ মৰণ নিশ্চয়। সেই বুলি যে সেইবোৰ নোলাই থাকিব পাৰে এনে নহয়; কাৰণ পাখিলগা উই পৰুৱাক কাউৰীয়ে খাব, বেঙে উদৰস্থ আৰু হেটুলুকাই তহিলং কৰিব, ইত্যাদি নিশ্চিন্ত ভয় দেখুৱালেও সি তালৈ কেৰেপকে নকৰি ওলাবই ওলাব, উৰিবই উৰিব,

আৰু উৰি পাখিৰে সৈতে পখীৰ পেটত আৰু পাখি সবাই ঠন্ ঠন্ মদন গোপাল হৈ মাটিত পৰি পৰুৱা হৈ ভেকুলীৰ পেটত সোমাবই। এয়েই ববৰুৱাৰ কথাৰ সাৰমৰ্ম্ম। মহাত্মা গান্ধীয়ে নকৈ থাকিব নোৱাৰি তেওঁৰ "ইয়ং-ইণ্ডিয়া" কাকতে কৈছে যে প্ৰাদেশিক গৱৰ্ণমেণ্টে আৰু ওখ চাপৰ বিষয়াবোৰে, সেই সন্ধি-পত্ৰৰ সৰ্ত্ত ভঙ্গ কৰিছে। চৰকাৰ বাহাদুৰে কৈছে, নহয়, কংগ্ৰেছেহে ভঙ্গ কৰিছে। গৱৰ্ণমেণ্টৰ ফালৰ পৰা সেই সৰ্ত্ত ভঙ্গৰ এৰাঁ-গাখীৰত এটোপাও পানী মিহলোৱা হোৱা নাই।

ইয়াৰ পাছত ঘূৰণীয়া মেজ-মেললৈ যাবৰ কথাত গান্ধীয়ে কৈছে, সৰ্ত্ত ভঙ্গ হলে, আৰু হিন্দু মুছলমানৰ মাজত মিল নহলে তেওঁৰ গৈ কোনো লাভ নাই। কংগ্ৰেছৰ পক্ষৰ কিছুমানে আৰু বাহিৰৰ কিছুমানেও কৈছে, যে যিহওক, গান্ধীৰ বিলাতলৈ যোৱাটো নিশ্চয় উচিত। ববৰুৱাৰ বুৰবুৰণি "বাঁহী"ৰ পাতত জিলিকাৰ আগতে এই সমস্যাৰ কিবা হেস্ত নেস্ত মীমাংসা হব আৰু ফলত কংগ্ৰেছে হুমিয়াই থকা সত্যাগ্ৰহৰ সম্ভৱতঃ পুনৰাভিনয় হব। হলেই ধৰ-মাৰ, বৰ-ফাটেকত প্ৰবেশ ইত্যাদিৰে দেশ দল্-দোপ্ হেন্দোল্ দোপ্ লাগি পৰিব। ববৰুৱাই এই দূৰ দেশত পৰি থাকি শাক কচুৰে এগাল ভাত খাই ফস্তি জুৰি শুই আছে; তাৰো ভিকাচন ভাগিব। তেওঁৰ দেশ তললৈ গলেও তেওঁৰ কোনো বেজাৰ নাই; বেজাৰ খালি টোপনিত ব্যাঘাত ঘটিলেহে। দেশখন স্বাধীনেই হল বা পৰাধীন হৈ থাকিল, তেওঁৰ তাত



কোনো হৰণ ভগন নাই। তেওঁ এমুঠি খাই ভাবৰ বুৰবুৰণি তুলি থাকিলেই হব। কিন্তু তাৰ ব্যাঘাতৰ আগন্তুক যেতিয়া দেখা গৈছে, তেওঁ হাত সাৰটি আৰু বহি থাকিব নোৱাৰে। দেশত যতবোৰ ৰায় বাহাদুৰ, খাঁ বাহাদুৰ, ৰায় চাহাব, খাঁ ছাহাবকে প্ৰমুখ্য কৰি পেটাল আছে, সেইবোৰৰে সৈতে তেওঁ মিলি জুলি কংগ্ৰেছৰে সৈতে যুদ্ধ কৰিব। চি-আই-ইক তেওঁ লগত নলয়; জি-চি আই-ই আৰু কে-চি আই-ইকো নলয়। কাৰণ সেইবোৰ অপদাৰ্থ। সেইবোৰ মৰি ছাই হৈয়ে আছে। 'চি-আই-ই' মানে ছাই। জিচি-আই-ই মানে ছাইৰ দ'ম, কে-চি-ই-আইও তথৈবচ। সেইবোৰক লগত ললে সেইবোৰ আমাক যুজত সহায় কৰাটো দূৰৰ কথা, কংগ্ৰেছৰ সৈতে আমাৰ দৰৱাদৰৱি সময়ত চকু-মুখত সোমাই আমাক বিতত কৰিব। আমি আমাৰ চকু মুখৰ ছাই মোহাৰি গুচামনে মুখত সোমোৱা ছাইৰ তাপত কাহি গলখেকাৰি মাৰিম।

কংগ্ৰেছে নন্‌ভায়লেণ্ট হৈ যুজিব বুলি কৈছে। কিন্তু নন্‌ভায়লেণ্ট হলে কি হব? কংগ্ৰেছৰ অষ্টাদশ অক্ষহিণী সেনা শুদাহাতে ৰণক্ষেত্ৰত ঠিয় দিলেও তেওঁলোকে যেতিয়া আমালৈ পোন্দোৱা পোন্দিকৈ চাই হাঁহি খিকিন্দালি মাৰি আৰু ঠাট্টা পেংলাইৰ চোকাচোকা বাণ মাৰিব সেইবোৰে আমাৰ আমঠু কলাদিল কলা কৰি বুকু সৰকি যাব। সেই অস্ত্ৰা-ঘাতত যদি আমি পৰো তথাপি তেওঁলোকৰ জাকৰ ওপৰত ধুপুচ্ ধুপুচ্ কৈ আমি পৰিমহঁক বুলি থিৰ কৰিছোঁ।

আমাৰ বত্রিশ মোন ওজনৰ গধুৰ ভইৰ ভইৰ শ–বোৰ শত্রু পক্ষৰ সেনাৰ ওপৰত পৰিলে সেই সেনা নিপাত হৈ জো হব। তাহানি কুৰুক্ষেত্রৰ যুজত ভীমৰ পো ঘটোৎকচেও সেই বুধিকে সাবোগত কৰি, কৌৰবৰ সেনা চেপি, পিহি, হেচি মাৰি বুন্দামাৰ কৰিছিল। ববৰুৱাই প্রধান সেনাপতিৰ প গ্রহণ কৰিব। শ্রদ্ধাস্পদ মাননীয় মৌলনা ডাঙৰীয়া চৌধ আলিক নিজৰ তলতে দ্বিতীয় সেনাপতি পাতি লব। দুইবে পৰিচালনাত কংগ্রেছ সবংশে নিধন হব। যদি দৈবাৎ দ্বিতী সেনাপতি বণত পৰে, তেনেহলেও তেওঁৰ বৃহৎ বপুৰ হেঁ চেপাত শত্রুপক্ষৰ আদখিনিৰ বেছি সেনা মৰি যমালয়লৈ যাব তাৰ পাচত বাকী খিনি মাৰিবলৈ ববৰুৱাৰ বৰ পেটেই যথেষ্ট তাৰ উপৰি বাহাদুৰ সকলৰ "লাছ" আছেই। "প্লেনটো" বেয়ানে ববৰুৱাই আজিৰ পৰাই তেওঁৰ সৈন্য দল গঠন কাৰ্য্য হাত লব। বাহাদুৰসকলে ৰায়ছাহাব, খাছাহাব সকলোৰে সৈ অনতিবিলম্বে তেওঁলৈ চিঠি লেখি সৈন্য দলত ভুক্ত হওক।

——:০:——

# সত্য আৰু অসত্য

মোক কোনোবাই কৈ দি মোৰ "জানটো ঠাণ্ডা" কৰি দিব পাৰেনে যে—মিছা, সঁচা, সঁচা মিছা, এই দুটা কথাৰ এই খন কি খেলি মেলি? তুমি যাক মিছা বোলা মই তাক সঁচা বোলো; মই যাক মিছা বোলো, তুমি তাক সঁচা বোলা। এতেকে শেষ মীমাংসা ক'ত? বৈদান্তিকে কয় ব্রহ্ম সত্য, জগৎ মিথ্যা। তাৰ ওপৰত চুৰ্দ্দাৰী কৰি কোনোৱে কয়, ব্রহ্ম সত্য নেকি কব নোৱাৰো, জগ্য মিথ্যা নহয় সত্য। আকৌ কোনোৱে কয়, ব্রহ্মও সত্য, জগতো সত্য। মই কওঁ মই পেপুৱা লাগিছো দেওহে। কোন সত্য, কোন মিথ্যা তোমালোকৰ কথামতে বিচাৰিবলৈ গলে মই বলিয়া হম। অৱশ্যে মই হব খোজা বলিয়াটোকো তোমালোকে মিছা বুলি উৰাই দিব পাৰা। কিন্তু উৰালে কি হব? মই ইফালে বলিয়া হৈয়ে ৰম। সেইদেখি তোমালোকৰ মিছা সঁচাৰ দাৰ্শনিক বিচাৰৰ বেমেজালিত মই সোমাবলৈ মই মান্তি নহয়।

প্রথম কথা যদি ব্রহ্ম সত্য, তেন্তে তাত মোৰ আপত্তি থাকিবৰ কোনো কাৰণ নাই। যদি জগতখন মিথ্যা তাতো মোৰ আপত্তি নাই; কাৰণ তেনেহলে ব্রহ্মৰ বাহিৰে থকা আমি সকলোবোৰেই মিছা। আমাৰ অস্তিত্বই নাই। আমি মৰিলেও নাই মৰা, খালেও নাই খোৱা আৰু কংগ্রেছৰ সভ্য

হৈ হৃটিছ গৱৰ্ণমেণ্টৰ সৈতে তৰ্ক কৰিলেও নাই কৰা, আ
মায়া, আমি শূন্য, আৰু দুনীয়াখনেই তদ্ৰূপ। মায়াৰ ৰাজ্য
বাস কৰি আমি মায়াৰ খেলা খেলিব লাগিছোঁ ; আৰু এ
ৰাজ্য এই খেলাও মায়া। আমি মায়া কুমাৰ আৰু আমা
ঘৰৰ ওফোন্দাগালী ঘৈণীবোৰো মায়াকুমাৰী। তেওঁলোৰে
দিনৌ আমাৰ চকুৰ আগতে ফুটুকা পখিলাটিৰ দৰে উৰি উ
নাচি নাচি আমাক কৰই লাগিছে ঃ—

মোৰা জলে-স্থলে কত ছলে মায়াজাল গাঁথি।
মোৰা স্বপন ৰচনা কৰি অলস নয়ন ভৰি।
গোপনে হৃদয়ে পশি কুহক-আসন পাতি।
মোৰা মদিৰ-তৰঙ্গ তুলি বসন্ত সমীৰে।
দুৰাশা জাগাই প্ৰাণে প্ৰাণে, আধ-তানে, ভাঙা-গানে,
ভ্ৰমৰা গুঞ্জৰাকুল বকুলেৰ পাঁতি
মোৰা মায়া জাল গাঁথি। (ৰবীন্দ্ৰ নাথ)

সিকালে আনে নালাগে বেদেও ভগৱন্তক স্তুতি কৰি কৈছেঃ

"অসন্ত জগত খান তোমাত উদ্ভৱ ভৈল
সন্তহেন প্ৰকাশে সদায়।
কৰ্ম্মজড় মনুষ্যৰ মন মগ্ন ভৈল তাতে
বেদৰ নুবুজে অভিপ্ৰায়॥" (কীৰ্ত্তন)

ব্যাপাৰ একেখন। তথাপি সত্য মিথ্যা, সত্য মিথ
কৰি কৰি, লাট কৰ্জ্জনৰে পৰা ডাঙৰীয়া কুপাৰৰলৈকে চিয়
থাকে। কৰ্জ্জনে কৈছিল "Truth telling is an wester
virtue" কৰ্জ্জনে প্ৰথম দিনাই এই কথা কৈ পিচ দিনা



"পত্ৰিকা" কাকতৰ হাতত কাণ-মলা খালে। বৰবৰুৱাই পৃথিবীত প্ৰচলিত মিথ্যাৰ এটা তালিকা কৰি থৈছে, কিন্তু কাৰ হাতত কি খাব লাগিব, এই ভয়তে আজিলৈকে তালিকাখন প্ৰকাশ কৰা নাই। সেই তালিকাৰ পৰা গোটাচেৰেক তুলি দি আজি সৰ্ব্বসাধাৰণৰ আগৈকে চাওঁ বুলিছো তাৰ ফলাফল দেখিহে সম্পূৰ্ণ তালিকাখন প্ৰকাশ বা অপ্ৰকাশ কৰিবলৈ সাহ কৰা যাব।—

(১) যিবাৰ বাঁহীত কেপাই শৰ্ম্মাৰ প্ৰবন্ধ ওলায় সেই বাৰ তেওঁৰ মতে বাঁহীখন বঢ়িয়া হৈছে। যিবাৰ নোলায় সেইবাৰ বেয়া হল।

(২) কেৰ্পায়ে কেৰ্পায়ণীৰ সৈতে দণ্ড কৰি গধূলি ভাত নেখাই পাটীত পৰিলগৈ। তেওঁক ভাত খাবলৈ মাতিলত তেওঁ কলে,—"মোৰ ভোক নাই"—এইটো মিছা হলনে সঁচা হল? দুদিনৰ পিছত তস্য গৃহিণীয়েও তেনেকুৱা কাৰণতে ভাত নাৰান্ধি পাটীত পৰিলগৈ। কাৰণ দিলে—"মোৰ জ্বৰে বিযে উঠি আহিছে; নোৱাৰোঁ ভাত ৰান্ধিব।" এই কোন জাতৰ সঁচা।

(৩) ডেপুটী চাহাব ঘৰৰ ভিতৰতে বহি আছে। কাৰ্য্যৈঘণীয়েকৰ সৈতে মুখ চুপতি মৰা। মধু বৰাই তেওঁৰে সৈতে দেখা কৰিবলৈ গ'ল। ঘৰৰ ভিতৰৰ পৰা চাপ্ৰাছীয়ে উভতি আহি বৰাক কলে—"চাহাব ঘৰত নাই।" ডেপুটীতকৈ ওখজন চাহাবে তেওঁৰ দুৱাৰ মুখত আৰি থোৱা বাকছত জাননী লগাই দিলে—"Not at home" এইটো একা?

দিনদিয়েকৰ মূৰত মধুৰবাক বৰ চাহাবে মুলাকাৎ দি প্ৰথম কথা উচ্চাৰণ কৰিলে—"What can I do for you" অৰ্থাৎ মই আপোনাৰ কি উপকাৰ কৰিব পাৰো, কওক? কিন্তু চাহাবৰ আচল মৎলবটো ৰবাৰ প্ৰাৰ্থনা বা অনুৰোধ কিবা আছে যদি সেইটো একেবাৰেই অগ্ৰাহ্য কৰাটোহে। ৰবাক বিদায় দিওঁতে চাহাব বাহাদুৰে কলে—"Good Evening" মানে সন্ধ্যাটো তোমাৰ কাৰণে মঙ্গলময় হওক। কিন্তু সেই আষাৰ কথাৰ আচল মানে "নিকাল যাও"। পিচদিনা পুৱা শ্ৰীযুত হৰিহৰ শৰ্ম্মাক দেখি বৰ চাহাবে কলে—"Good Morning" অৰ্থাৎ সুপ্ৰভাত। তাৰ মানে আজি ৰাতিপুৱা ডোখৰ তোমাৰ ভালে যাওক। তেওঁ হৰিহৰক দুচকুৰে দেখিব নোৱাৰে। সেই দিখি গুড্ মৰ্ণিং কথাষাৰ মানে,—"হৰিহৰ, তই এতিয়াই জহন্নামে যা।"

মুঠতে এই পৃথিবীত অবাধে চলা, গুড্ মৰ্ণিং গুড্ ইভিনিং নমস্কাৰ, প্ৰণাম, সেৱা, দণ্ডৱৎ, পায়লাগোঁ, ছালাম-আলেগোম ইত্যাদিৰ বৃহৎ বাণিজ্য ব্যৱসায়টো একেবাৰে মিছাৰ পৰ্ব্বত।

অমুকৰ চিঠি পায়েই মোৰ খং উঠিল, মই তাক দেখিব নোৱাৰা হলোঁ; কাৰণ সি মোক চিঠিত পইচা খুজিছে। অথবা মই চিঠিৰ উত্তৰ লেখিবলৈ ভাল নাপাওঁ; অথবা মই তাক এনেয়ে ভাল নাপাওঁ, ইত্যাদি ইত্যাদি। কিন্তু সেই চিঠিৰ উত্তৰত মই তালৈ লিখিলোঁ "I am very glad to receive your letter অৰ্থাৎ মই তোমাৰ চিঠি



পাই বৰ ৰং পালোঁ। অকল Glad-এই নহয়, Very glad! অৰ্থাৎ ৰঙেই নহয়, বৰ ৰং! হে হৰি এই পৃথিবীত মিছাৰ ভাৰ হৰিবলৈ তুমি কেতিয়া অৱতাৰ ধৰিবা? এই সন্দেহটো হে প্ৰভু তুমি বিশ্বাসতে মোক দিলে, মই কাকো নকওঁ, বিশ্বাসঘাটকতা নকৰোঁ। মাথোন তুমি অহালৈকে মই বাট চাই থাকিম; মৰিবৰ হলেও মই নমৰোঁ;—যমৰ ওচৰত দৰ্কাছ দি Extension লম। আগৰ তৰফৰ আদ-বুঢ়ীয়ে মুখত তেল-টেঙা ঘঁহি ডেকেৰী হয়; নতুন তৰফৰ-বোৰে বিলাতী "পাউদাৰ" "হেজেলিন স্নো", ইত্যাদিবোৰ সানি সুন্দৰী হয়! আগৰ তৰফৰ আদহীয়া বুঢ়াই ক'লা চুলিৰ মাজত জিলিকা পকা চুলিবোৰ তোলাই ডেকা হয়; আজিৰ তৰপৰবোৰে "কলপ" সানি কঁহকঁহীয়া সেইটোৱেই হয়। আমি "সত্যৰ জয়" বুলি চিয়ঁৰিছোঁ; অথচ লগে, লগে, মনে মনে যে অসত্য উপায় অৱলম্বন কৰি নিজৰ কোনো স্বাৰ্থ সিদ্ধি কৰিবলৈ গৈছোঁ, আৰু ভাবিছোঁ যেন অসত্যহে জয় হয়। ৰাজ্যৰ মন্ত্ৰী আৰু কুট ৰাজনীতিত কুশল সকলে মুখেৰে কয় এটা পেটেৰে চিন্তে এটা আৰু কৰে মুখেৰে কোৱাটোৰ ওলোটাটো;—অৱশ্যে লোকে সহজে ধৰিব নোৱাৰাকৈ। আন নালাগে, ৰোগী মৃত্যুৰ মুখত, তথাপি ডাক্তৰ কবিৰাজে কৈ আছে কোনো চিন্তা নাই, ৰোগী শীঘ্ৰে ভাল হব। ঘৰৰ ভিতৰলৈ সোমাই যোৱা দেখিবা, ঘৈণীয়েক গিৰিয়েকক ভাল পোৱাটো দূৰৰ কথা গিৰিয়েক তাইৰ চকুৰ কুটা দাঁতৰ শাল। তথাপি অলঙ্কাৰ আৰু সিংখাপৰ মেখেলা

গোম্‌চেঙৰ বিহাৰ লোভত ঘৈণীয়েকে গিৰিয়েকক সাৱটি ধ
কৈছে—"হেৰি, মই আপোনাক কিমান যে ভাল পাওঁ, কৈ
অন্ত কৰিব নোৱাৰোঁ।"

এইখন সংসাৰ, এইখন জগত অসত্য নহয় যদি আৰ
কোন খন?

## বুঢ়া-মেঠা সংৰক্ষিণী সভা

"বুঢ়া-মেঠা সংৰক্ষিণী সভা" ৰবৰুৱাৰ অতি হেঁপাহৰ সভা
তেওঁৰ দ্বাৰাই সম্প্ৰতি প্ৰতিষ্ঠাপিত। এই সভাৰ সফলতা
নিমিত্তে ৰবৰুৱা অতি ব্যগ্ৰ। তেওঁৰ ব্যগ্ৰতা আৰু কাৰ্য
তৎপৰতা দেখাবোৰৰ মুখত বৰ ব্যগ্ৰতাতিব্যগ্ৰ কথাষাৰ
ওলাইছে। আহাৰ নিদ্ৰা পৰিত্যাগ কৰি এই সভাৰ হকে
তেওঁ খাটিছে।

তিৰোতা হেনো কুৰি হলেই বুঢ়ী হয়। পুৰুষ কি হলে
বুঢ়া হয়, আজিলৈকে ৰবৰুৱাক কোনেও ভালকৈ চমজাই
দিয়া নাই। মানুহক চল্লিশ বছৰ বয়সত চলিহাই ধৰে বুলি
কোৱা তেওঁ শুনিছে। কিন্তু পঞ্চাশত কিহে ধৰে সেইটো
তেওঁ নাজানে। হিচাব মতে পঞ্চাশত চুৰবাই ধৰাটো ওলায়
তেনেহলে ষাঠিত কাকতীয়ে আৰু সত্তৰত বৰ কাকতীয়ে ধৰে
বুলিলে ন্যায়-শাস্ত্ৰ মতে কথাষাৰ খেও খালেও খাব পাৰে।



আশীয়ে কিন্তু বুঢ়া চোৰক ধৰিবই ধৰিব। আশী—বুঢ়াৰ
হাতত চেঙেলি। আশীত অমুকা ডাঙৰীয়া ঠন্ ঠন্ মদন-
গোপাল হৈ বৃদ্ধ ৰূপে দেখা দিবলৈ বাধ্য। আনফালে
ত্ৰিশ-পঁয়ত্ৰিশৰ ডেকাকো জুপুৰা লাগি বুঢ়াৰ অধইচৰো অধইচ
হৈ পৰা দেখা যায়। যি হওক, আশীত হিন্দু-বুঢ়াৰ কাশীবাস;
আৰু মছলেম বুঢ়াৰ মক্কা। তেতিয়া তেওঁ এজাক নাতি-
নাতিনীৰ দ্বাৰা পৰিবৃত্ত হৈ শ্ৰীলশ্ৰীযুক্ত ককাদেউতাৰ শ্ৰীচৰণ
কমলেষু হৈ পৰিবই। নবৈৰত তেওঁৰ ইহলোক বা পিতৃলোক
নিবাস ইচ্ছাধীন। তেতিয়া তেওঁ ইহলোকত লুঠৰী পিঠা
খাইবা পৰলোক বা পিতৃলোকত পুৰাকল সনা পিণ্ড যি
ইচ্ছা খাই থাকিব; তাত কাৰো আপত্তি থাকিবৰ কথা নাই।
পিতাৰ ৰাজ্যত এই ব্যৱস্থা।

তিৰুতাৰ ৰাজ্য যিখন আহিব লাগিছে, তাত কি ব্যৱস্থা
আৰু কেনে বন্দৱস্ত হব, সেইটো ৰবৰুৱাৰ অজ্ঞাত। তিৰুতাৰ
ৰাজ্যৰ ভৰ-পক অৱস্থাৰ কাললৈকে ৰবৰুৱাই জীয়াই থাকিবৰ
ইচ্ছাও নকৰে। অবলাসকল প্ৰবলা হৈ, যেতিয়া ৰাজ্যৰ গুৰি
ঠাপাত ধৰিব তেতিয়া ৰবৰুৱাই সেই নাৱত উঠি লুইতত
বাবি দিবৰ আকাঙ্খা নকৰে। তাৰ কাৰণ, তেওঁৰ সাহৰ
অভাৱ। তাতকৈ পুৰুষ গুৰিয়ালেৰে সৈতে তেওঁ অলপ
আয়াসতে নিৰ্ভয়ে বৈতৰণী পাৰ হব পাৰিব বুলি তেওঁৰ বিশ্বাস।

আজি কালি এই সংসাৰত সকলো আপোনপেটীয়া। বিচিত্ৰ
সংসাৰত বিচিত্ৰ চিত্তেৰে চিতৰা পখৰা মানুহৰ নিবাস।
সাহানিৰ সাধুকথাৰ ফেঁচাই কৈছিল:——

সত্য, ত্রেতা, দ্বাপৰ, কলি,
চাৰি যুগৰ চাইটা মলি ।

হেনো তাৰ গাত বন্ধ হৈ আছে । অর্থাৎ সি চাৰিযুগীয়
ভীষ্মৰ নিচিনা ইমান পুৰণি । বৰবৰুৱাৰ গাত এযুগৰ ম
লাগিয়েই চিট্‌চিটনিয়ে ধৰিছে । সেইদেখি তেওঁ চাৰিযুগীয়
হ্‌ব নোখোজে । তেওঁক এখন বেদেই জুৰিছে । চতুর্ব্বেদী
ত্রিবেদী, দ্বিবেদী—অর্থাৎ চৌবে, তেৱাৰী, দুবে হৈ পণ্ডি
হবৰ তেওঁৰ অভিলাষ নাই । চাৰিখন বেদ মাতিবলৈ গলে
তেওঁ নিজৰ খনো হেৰুৱাব । তেওঁৰ বেদ একেখন, স
একেখন মাথোন । বেদ আৰু সত্রৰ কথা নকৈ মাথো
সভাখনৰে কথা তেওঁ আজি কব । সেইখনৰ নাম "বুঢ়া-মেঠ
সংৰক্ষিণী" সভা । আনে সভা-সমিতি পাতি যি পাৰে সংৰক্ষ
কৰি থাকক, তাত তেওঁৰ আপত্তি নাই ; কিন্তু তেওঁৰ কর্ত্তব
তেওঁৰ দ্বাৰাই সংস্থাপিত সভাৰ উন্নতি সাধন । মুঠতে থোৰতে
তেওঁ ইয়াকে কয়, যে—

যত দেখিবা সভা-সমিতি ।
তাৰ আমঠু আপোন গতি ॥
সেইবোৰ সভাৰ দুডাল শিয়া ।
মই বৰ হওঁ মোক পইচা দিয়া ॥

মোৰ সভাৰ শিয়া মাথোন এডাল । আৰু সেইডাল হৈছে,—
বুঢ়া-মেঠাৰ ভাল কৰাটো ।



বৰবৰুৱাই পোন-পটিয়েই সুধিছে—হে ভুৰি, ভুৰি সভা সংস্থাপক সকল । তোমালোকে কোৱাহঁকচোন, আমাৰ দেশৰ বুঢ়া-মেঠা কেইটাৰ কুশলৰ অর্থে তোমালোকে কি কৰিছাহঁক ? বুঢ়া কেইটাক ৰক্ষা কৰিবলৈ তোমালোকে কোনটো হাতৰ আঙুলীৰ কোনটো নখ জোকাৰিছা, মোক কোৱাচোন ? তোমালোকৰ মানত বুঢ়াকেইটা পেলনীয়া ভাতৰ চৰু । কিন্তু, এবাৰো ভাবিচোৱা নাই, যে সেইকেইটাইহে দেশৰ কঠিয়া, বাৰীৰ পকাতামোল, গাতত গোবোৱা বুঢ়া-তামোল । সেইকেইটাইহে জাতি-ৰক্ষা, দেশ-ৰক্ষা, বংশ-ৰক্ষা, ধর্ম্ম-ৰক্ষা আৰু জাতীয়-গৌৰৱৰক্ষা বুৰঞ্জীৰ বীজ । এনে বুঢ়াৰ ৰক্ষাৰ অর্থে আজিলৈকে তোমালোকে ছিগাচুলি এডালৰ সমানকে কিবা কৰিছানে ? বুঢ়া-মেঠাতো বাহী-চন্দনৰ দৰেই । বিয়াৰ ৰাতিত সকলোৰে তেওঁৰ ওপৰত থকা সকলো interest অর্থাৎ আদৰ-যত্ন গ'ল । তেওঁ নিজৰ ঘৰলৈ গৈ শুলেই বা মৰিলেই, তাত তোমালোকৰ হৰণ-ভগন নাই । তোমালোক ঢুলীয়া, খুলীয়া আৰু নামতী বাইহঁত ! বিয়া ভাগিল, দৰাই কইনা লৈ ঘৰলৈ গ'ল আৰু তোমালোকৰে সৈতে কটা-ছিঙা হ'ল ।

এতিয়া এনে দিন-কাল পৰিছে, যে বুঢ়া পদে-পদে neglected অর্থাৎ পেলনীয়া ; আগৰ দিনত কিন্তু এনে নাছিল । তেতিয়া—

"যত্র বুঢ়াস্তু পূজ্যন্তে তত্র ৰমন্তি সর্ব্বদেৱতাঃ ।"

এইষাৰ "সংহকৃত" বৰবৰুৱাৰ দ্বাৰাই ৰচিত "মনুষ্য-পুৰাণ"ৰ পৰা উদ্ধৃত । আগৰ কালৰ মানুহে বুজিছিল, যে "দহো আঙু-

লীৰে খায়, কিন্তু বুঢ়াই হেচুকিলেহে যায়। সেইকালত কথাই কথাই বুঢ়াৰ সন্মান, কথাই কথাই বুঢ়াৰ আগভাগ। আজি কালি কথাই কথাই বুঢ়াক হুইমাৰি খেদা, কথাই কথাই বুঢ়াক অপদস্থ। বুঢ়া মহাদেৱ, বুঢ়া ব্যাস বুঢ়া ভৃগু, বুঢ়া অগস্তি, বুঢ়া পুলহ, বুঢ়া ক্ৰতুৰ মান-সন্মান কিমান আছিল পাহৰি গলোহক। আন নালাগে সাধাৰণ কথালৈকে চকু দিয়া, —old gold অৰ্থাত পুৰণি সোণৰ কি মূল্য? অন্নই মানুহৰ প্ৰাণ, কিন্তু সেই অন্ন পুৰণি হৈ পুৰণি চাউল হলেহে সি কেনে নিৰ্দ্দোষ হয়। পুৰণি তেতেলি, পুৰণি ঘিউ, আন নেলাগে বুকুত বল বান্ধি কওঁ যে পুৰণি গৃহিণী, এইবোৰৰ জোৰ নতুন কিহে পায়? আৰু কিমান কম? পৃথিবীখন কি বুঢ়ানে ডেকা চন্দ্ৰ বুঢ়ানে তৰুণ? সূৰ্য্য-মৰুৎ, পৰ্ব্বত-পাষণ্ড, নৈ-সাগৰ এই-বোৰ আজিৰ নে কালিৰ? পকি পৰি পূৰ্ণিমা হোৱা জোনৰ আদৰ নে, বিত চকুৰেহে দেখিবলৈ পোৱা দ্বিতীয়াৰ জোনৰ? পলস পৰি গঠিত হোৱা ভূমি খণ্ডৰ আদৰনে কৌটি কলীয়া প্ৰাগ্‌জ্যোতিষপুৰ শোণিতপুৰৰ আদৰ সমাদৰ? প্ৰাণদাতা ধান্যক পূবেৰুণ দিয়া বেলিয়েই শুকাই-পকাই প্ৰাণৰ উপযোগী কৰেনে ডুপৰৰ বদে? আৰু কত ক'ম।

এতিয়া বুঢ়া-মেঠা সংৰক্ষিণী সভাই কি বিধি-বিধান দিব কওঁ শুনাঃ—

(১) বুঢ়াই অৰ্জ্জা ধন-সম্পত্তি পো-জীয়ে নাপায়। বুঢ়াৰ অবিহনে সেই ধন-সম্পত্তি ৰজা ঘৰলৈ যাব। বুঢ়াই নিজে উপাৰ্জ্জন কৰি খোৱাৰ দৰে পো-জীয়েও উপাৰ্জ্জন কৰি খাওক; নহলে ৰসাতললৈ যাওক। অৱশ্যে পো-জীয়ে উপাৰ্জ্জন-ক্ষম বয়স নোপোৱালৈকে ৰজাৰ ঘৰৰ পৰা সিহতৰ ভৰণ-পোষণৰ ব্যৱস্থা হব। মানুহৰ বাহিৰে, পৃথিবীত ঈশ্বৰ-সৃষ্ট কোনো প্ৰাণীৰ ভিতৰত বাপেকে পো-জীলৈ ধন-সম্পত্তি এৰি যোৱা নিয়ম নাই। বাপেকৰ ধনৰ ওপৰত উঠি খোৱা পুতেকৰ সবহ খিনিয়েই অকামিলা, অপদাৰ্থ আৰু এলেহুৱা হয়। নিজৰ বাহুবলেৰে আৰ্জ্জি খোৱাতহে বাহাদুৰী আছে। সিংহৰে সৈতে শ্ৰেষ্ঠ মনুষ্যৰ তুলনা দি সেইজনক পুৰুষ সিংহ বোলে। অনেক শ্ৰেষ্ঠ মনুষ্যই তেওঁলোকৰ নামৰ পিচত সিংহ লগাই লয়; যেনে ৰণজিত সিংহ; আৰু সেইদৰে কৰি নিজক গৌৰৱান্বিত ভাবে। এনে সিংহই পোৱালিহঁতলৈ কিবা এৰি থৈ যায়নে? ভিকহু শিয়ালে তাৰ পোৱালিলৈ সি থকা গাঁতটোকে এৰি যায়; কিন্তু তাৰ নাম কোনে লয়?

(২) বুঢ়াই পুতেক-জীয়েকলৈ ছোৱালী আৰু দৰা খুজি বিয়া-বাৰু কৰাইও নিদিয়ে। সিহঁতে পাৰে যদি নিজৰ গাৰ বলেৰে সেই কাৰ্য্য কৰি লওক, নহলে আবিয়ৈ হৈ থাকক।

(৩) ধন-বিত নথকা বুঢ়াক ৰজাই পোহক, আৰু ৰজা তেনে কৰিবলৈ বাধ্য।

(৪) লৰা-ছোৱালীয়ে খুট খাব পৰা বয়সত পৰিলেই সিহঁতক বুঢ়াই নিজৰ ঘৰৰ পৰা খেদি দিব।

(৫) মন গলে বুঢ়ায়ো (ক) সুহুৰিয়াব পাৰিব ।

(খ) গান গাব পাৰিব ।

(গ) নাচিব পাৰিব ।

(ঘ) মদ, ভাং, কানি খাব পাৰিব ।

(ঙ) মদ, ভাং, কানিৰ দোকান দিব পাৰিব । আৰু তা কোনেও পিকেটিং (Picketting) কৰিব নোৱাৰিব । কৰিলে কৰোঁতাক হৰ্তাচৰি হ বুলি শাস্তি দিব পাৰিব । মুঠতে বুঢ়া মন গলে সকলোকে গালি-সপনি পাৰিব পাৰিব ; কিন্তু বুঢ়া কোনেও ওভোতাই গালি পাৰিব নোৱাৰিব ।

(৬) বুঢ়াই আচৰণ কৰা ধৰ্ম্ম ডেকাই লব নোৱাৰিব ডেকাই নিজৰ ধৰ্ম্ম নিজে বিচাৰি লব ।

(৭) বুঢ়াৰ নামৰ উপাধি পুতেকহঁতে লব নোৱাৰিব । সে উপাধি ডেকাই নিজে বাচি লব । আনকি ডেকাই নিজে নি কবিভূষণ, সাহিত্য-গুণমণি, নাইবা সাহিত্য-দিনমণি উপা ললেও বুঢ়াই একো নকয় ।

আইন সভা বা ব্যৱস্থাপক সভাত বুঢ়াৰ নিমিত্তে চাৰি ভাগৰ তিনিভাগ আসন Reserve অৰ্থাৎ সুকীয়াকৈ চিহ্নি কৰি ৰাখিব লাগিব । তাৰ উপৰি থল বুজি বুঢ়া হকে Weightage অৰ্থাৎ পাল্লাথনত বুঢ়াৰ ফালে ঢা লোৱাকৈ ডগাৰে সৈতে শিলগুটি দি গধুৰ কৰি ৰাখি লাগিব । অন্যথা, চৰ্কাৰে সভাত বহিবলৈ বুঢ়াক মা পঠিয়ালেও বুঢ়াই বোহ পাতিব অধিকন্তু ভাতো নাখায় ; তা



উপৰঞ্চি বুঢ়াই নানা চক্ৰান্ত কৰি নিজৰ ফলীয়া মানুহ সৰহকৈ গোটাই লৈ ডেকাবে সৈতে ৰণ কৰিবলৈকো সাজু হব পাৰিব । সেই ৰণত ধেনু, কাঁড়, বাঁহৰ হিলৈ, চেৰেকা পানী, গালি, শাও ইত্যাদি ৰকমৰ পৰিঘ-পট্টিশ থাকিব । বুঢ়াই আৰু এটা কাম কৰিব পাৰিব, যেনে—সেই তয়া-নয়া ৰণত বুঢ়ীবোৰক শাৰী পতাই আগবঢ়াই দি, বুঢ়াবোৰ সিহঁতৰ পিছত আঁতৰত থাকি যুদ্ধ কৌশল প্ৰদৰ্শন কৰি শত্ৰুক বনোৰত পেলাই দিব ; কাৰণ শত্ৰুৱে নিশ্চয় তিৰোতাৰ উপৰত বিশেষকৈ বুঢ়ীৰ গাত হাত দিব নোৱাৰিব, দিলে পৃথিৱীত ডেকা শত্ৰুৱে নিজৰ খিলিঙ্কাৰ আনি সকলো সভ্য জাতিৰ ঘৃণাৰ পাত্ৰ হব । ইতি

---

# বিহু

মনত পৰিছে তাহানি বাঁহীৰ সম্পাদকে জোনাকী কাকতত ম ক'ত পাহৰিলোঁ প্ৰৱন্ধ এটা লিখিছল । প্ৰৱন্ধটোৰ নামটো দুই নই" । সেইটো পঢ়ি ময়ো গম ধৰিছিলোঁ, যে কথাটো য় । ময়ো দুই নইৰ মালিক । দুইটা নই জানিবা মোৰ জনী তিৰোতাহে, দুইজনী সতিনীয়েক । সতিনী-আঁহ ইজনীৰ গাতে ভোবোৰা-ভোবোৰ । ইজনীয়ে সিজনীৰ চাটকে

নসয় আৰু সিজনীয়েও ইজনীৰ ছাঁতে ভৰি নিদিয়ে। ইজ
নীয়ে ধান বানিলে সিজনীয়ে আহি খুৰলিটোৰ কাষ
বহক চাৰি, আলেঙে আলেঙে কলহটো কাষতে লৈ পা
আনিবলৈ যায়। ইজনীয়ে গা ধুই আথলত সোমাই ভাত
চৰুত জুই ধৰিবলৈ গলেই সিজনীয়ে "মোৰ জৰে-বিষে উ
আহিছে" বুলি পাটীত পৰেগৈ। মুঠতে দুইজনী যদিও একে
ঘৰতে থাকে, তথাপি দুইৰো মাজত দেখা-দেখি নাই। অথ
এনে অজীণ-পাতকী তিৰোতা দুজনীকে লৈ মই ঘৰ কৰি
লগীয়াত পৰিছোঁ। তথাপি তোমালোকে মোক বাহাদুৰ খিতা
নিদিলা। অগত্যা মই এই গৰুৱাগালী দুইজনীকে সামৰি
মই গিৰিহঁতটো হৈ চলিব পাৰিছোঁ। কেনেকৈ? বুজি
শুনিবানে? দুইজনীয়ে মোৰ কাণৰ কাষত যি কেলেলে-ভেলে
কৰি থাকে, তাতে মই হয় দি যাওঁ আৰু দুয়ো সন্তোষ পা
যায়। মোৰ ঘৰৰ কথাৰ আচল সম্ভেদ নজনা সকলে মে
কথাত আমোৰাঁহ দেখে! কিন্তু এনেকুৱা দুজনী তিৰোতা
চলাই লৈ গৃহবাস কৰা মইহে জানো, যে লুইতৰ পানীতৰ
কিমান দকৈ বহিছে।

দিনত মোৰে সৈতে গৃহস্থালী চলোৱা মোৰ বৰজনী ঘৈণী
মোক সিদিনা ক'লে—"হেৰি শুনিছেনে? এটা কথা ম
আপোনাক ক'ম ক'ম বুলি ভাবি আছোঁ; কিন্তু কবলৈ আহ
পোৱা নাছিলোঁ। আজি কওঁ। অসমীয়া বিহুটো বৰ বেয়া
বিহুটো মানে, আমতলত টকা কোবাই, ঢোল বজাই বিহুম



টোৰ কথা মই কৈছোঁ। গীতবোৰো সিহঁতে কিবা নিলাজ গায়। আপুনি কিন্তু, তেনে বিহুলৈ নাযাব দেই। বিহুৰ দিনা ঘৰতে ময়ে অকলে যি পাৰোঁ সান্দহ-চিৰা এমুঠি-খুন্দি দিম, এডোখৰ দুডোখৰ পিঠা ভাজি দিম, তাকে খাব। নিজহাতে সূতা কাটি গামোছা এখন বৈয়ে থৈছোঁ, তাকে মূৰত মাৰিব। হুচৰি-কুচৰি খনকো ইয়াত গাবলৈ আহিব নিদিব। মোৰ ভাল নালাগে। সিহঁতে ৰাতি টোপনি ভাঙে আৰু পোনতে ভাল পদ-ঘোষা এফাঁকি-দুফাঁকি গাই, তাৰ পিচত ঢোলৰ নাচত চেও ধৰে।"

মই উত্তৰ দিলোঁ—"ঠিক কৈছা মোৰ পানেশৈ। আমাৰ ঘৰত আৰু আন আন ভাল মানুহৰ ঘৰতো কোনো পুৰুষতে কেতিয়াও এনে বিহুক লাই দিয়া নাই। ময়ো নিদিওঁ। তাৰ নাম শুনিলেই বুজি, যে সি অশ্লীল, পঙ্কিল, পচিল, গেলিল আৰু দুৰ্গন্ধিল। তুমি কোনো চিন্তা নকৰিবা। মই তাৰ কাষলৈকে নাযাওঁ আৰু মোৰ চিনা-জনা আনকো যাবলৈ হাক দিম।"

এইটো হ'ল সিদিনা দুপৰীয়াৰ কথা। ৰাতি মোক খুৱাই-বুৱাই বৰঘৈণীয়ে কোলাৰ কেচুৱাটোক লৈ সি খোটালিত শুলেগৈ। ময়ো বিচনাত। ওৰে দিনটো বন-বাবী কৰি ভাগৱত পাটীত পৰিয়েই বৰঘৈণী লালকাল দি শুলে। এনেতে তামোল খাই ওঠ দুটাত ৰাং লগাই লচ্‌পচ্‌ কৰে সৰুঘৈণী মোৰ কাষত পাটীতে বহিলহি আৰু মোৰ মূৰৰ চুলিৰ ভিতৰত আঙুলি বুলাই মোক কবলৈ ধৰিলে—"হেৰি! বাইদেৱেনো আজি দুপৰীয়া

আপোনাক লেনীয়াই লেনীয়াই কি কৈছিল ? বিহুৰ ক নহয়নে ? মোৰ আগত আপুনি কি লুকাব ?—মোৰ কাণ সোপাই পৰিছে। মই বেৰৰ জোলোঙাত কাণ দি শুনি আছিলোঁ মই কওঁ— আমাৰ বিহুটো যেনে আছে, তেনেই থাকক সেই যৎকুটৰ ঘাই শাঁখিনী জনীৰ কথা আপুনি নুশুনিব শুনিলে দেখিব ধেমালিটো কেনে ? আপোনাসকল চহৰী মানুহ কেইটাই গোটেই অসমদেশখন নহয়। এচক্ শাক আপোনালোক এটা জানক। বছেৰেকৰ মূৰত গাৱঁৰ ইমানৰ মানুহে মন মুকলি কৰি দি, নাচি-বাগি ৰং-ধেমালি কৰি দুখী জীৱনটো শাঁতাই লয়, আপোনালোকে তাকো দেখিব নোৱা হ'ল। গাৱঁলীয়া মানুহ, মানুহ নহয়, আপোনালোক চ ৰীয়া মানুহকেইটাইহে মানুহ। সিহঁতে আপোনাসকলৰ দ আজিকালি ওলোৱা চকি-মেজত বহি কিবা 'ব্ৰিজ' নে ফ্ৰিজ ত খেলিব লাগিব নেকি আৰু হাতত তামোলৰ চকুৰা একো লৈ কিবা 'টেনি' নে ফেনি খেলিবলৈ যাব লাগিব নেকি ? নাই আপোনালোকে খেলা দি 'ফুটবল' নে পুটবল খেলি দৰবা দৰ কৰিব লাগিব নেকি ? তাকে নকৰিলে সিহঁত অসইভ্ হ'ল বোলোঁ, উদৰ সাত-পুৰুষ মৰি গল কেঁচা মাছ খাই, এতি তাক মাছ-ভাজি কাটলেট্ নে কি কৰি দিব লাগিব নেকি আজি বিহুনাচ খন নিলাজ হ'ল, অসইভ্ হ'ল। "দেখা দেখি উঠিল গা, এদাই বোলে মোকো খা।" বগা চাহাব দেখি মতাই-মাইকীয়ে সাৱটা-সাৱটি কৰি নচা সেই বিলাত নাচ খনকেহে আপোনালোকক লগা হ'ল নেকি ? আমাৰ আম



তলৰ বিহুত কেতিয়াবা কোনো ডেকা-ডেকেৰী লগ লাগি পলাই যায় হয়। বিলাতী নাচত তেনে নহয় বুলি মোৰ গা ছুই কব পাৰেনে ? তেনে কাম অৱশ্যে বেয়া। কিন্তু সেই বেয়াটো যাতে ঘটিবলৈ নাপায় তাৰ চেষ্টা নকৰি গোটেই বস্তুটোকে নিন্দা কৰি খেদি দিয়াটো ভালনে ? সকলো বস্তুতে ভাল-বেয়া দুইটা থাকে ; বেয়াটো আঁতৰাই ভালটো ৰখাটোহে ভাল কথা। মই কওঁ, আমাৰ বিহুটো যেনে আছে, তেনেকুৱাই থাকক, চৰা-ঘৰীয়াটো চৰাঘৰীয়াই থাকক। মামৰে ধৰিলে, ঘঁহি-মচি মামৰ গুচাই দিলেই হব। আমি যি আছোঁ, বুকু ফিন্দাই তেনে হৈয়েই থাকিম ; লোকক দেখি লাজ পাবৰ সকাম কি ? আমাৰ দৈন্যই আমাৰ সম্পতি। এই পৃথিবীত কোনো একে-বাৰেই খপা সোণ নহয়। সুখে-দুখে, শুধে অশুধে আমি অসমীয়া অসমীয়াই। আমি চোৰ নহওঁ, ডকাইত নহওঁ, হীন নহওঁ যে লোকৰ আগত আমি চন্দুৰা পৰিম। আমাক বিলাতী বা আনদেশী কোনো নাচ উৎসৱৰ আৰ্হি নালাগে। আমি আমাৰ নিজৰ অসমীয়া মাটিত গজিছোঁ, অসমীয়া মাটিৰে ৰসত জীম, বাঢ়িম, থিয় হম। আমাৰ যি ফুল ধৰে, যি ফল ধৰে, সি অসমীয়া। সেই ফুল-ফল পৃথিবীৰ আন ঠাইত নাই। আমি আমাৰ ফুল ফলেৰেই জিলিকিম ; ধাৰ কৰা পাখিৰে নিজিলিকো। আমতলৰ বিহুত মদ নাই, চিগাৰেট নাই, নাচৰ পাছত যোৰ পাতি অকলশৰীয়াকৈ জিৰাবৰ খোটালি নাই, কিন্তু মুকলি আকাশ, মুকলি বতাহ আছে, জীৱন আছে। আপুনি গা-গাবিয়ে শকত হৈ বৰ

পেটাল হৈ পৰিছে, সেই দেখি বিহুত আপোনাক পা
দিবলৈ নকওঁ।—কববাত কিবা অঘটন ঘটিব পাৰে। কি
লোকৰ পত্নলিত চেৰেঁ চেৰেঁ ভৰি পেলাই "দেউতাৰ পদূলি
গোন্ধাইছে মধুৰী, কেতেকী মলে-মলায়" লগৰীয়া বোৰে
মিলি-জুলি আপুনি গায় যদি মই হলে সন্তোষ পাম
আপুনি আৰু সেই চকু-পোৰতী জনীৰ কথা নুশুনিব
কওক—নুশুনো বুলি। মোৰ মূৰকে খায় কওক।"

মই কলো, "নুশুনো"। কিন্তু ভাবিলোঁ, সৰুঘৈণী ৰ
টপ্ টপী হৈ উঠিছে। তাইৰ কথাবোৰত আসোঁৱাহ থ
যদি কিবা কওঁ, তেনে তাই ভাবিব, মই বৰঘৈণীৰ ফলী
হলোঁ। এনেই ইমানতো তাই চোৰা কৰে যে বৰঘৈণীয়ে
মোক কিবা আহুদি খুৱালে বুলি।

মই তাইক কলোঁ, ৰাতি বহুত হৈছে, তুমি যোৱা এতি
শুই থাকাগৈ। মযো অলপ চকু মুদোঁ। মই কাৰে
ফুচুলনি নুশুনো, তুমি ভয় নকৰিবা, যোৱাঁ।

---

# বৰবৰুৱা-লম্বাই সংবাদ

লম্বাই—বৰবৰুৱা ডাঙৰীয়া নমস্কাৰ। ডাঙৰীয়াই নিশ্চ
জানে, যে বাঁহীৰ সম্পাদকক এইবাৰ ৰংপুৰত ইমান যমৰ
কবি অভিনন্দন অৰ্থাৎ "চাৰ্টিফিকেট" দিলে। আপুনিো



তালৈ নগল কিয়? সাহিত্য নামৰ দ্ৰব্যটোৰ গাত ব্যাকৰণৰ "ষ্ণিক" প্ৰত্যয়ৰ ৰহণ লগা সাহিত্যিকসকল পূব, পশ্চিম, উত্তৰ দক্ষিণৰ পৰা তালৈ গৈছিল; অথচ এনেখন সভাত ডাঙৰীয়াৰ নিচিনা জাকত-জিলিকা সভা-শুৱনি পুৰুষ নাছিল, এইটো বেজাৰৰ কথা নহয়নে? সাধাৰণ কথা কওঁতেও শাস্ত্ৰৰ গীত-মাত, চোলোখ-পদ মোৰ মুখলৈ আহে। এইটো অৱশ্যে মোৰ ৰোগ। সেইদেখি শাস্ত্ৰৰ পদ এফাঁকিকে মাতি ওপৰৰ কথাষাৰকে ডাঙৰীয়াৰ অনুমতি লৈ দোহাৰি কওঁ। তাহানি ইন্দ্ৰদ্যুম্ন ৰজাই ওৰেষাত জগন্নাথৰ প্ৰতিমা স্থাপন কৰিবলৈ গৈ মন্ত্ৰীক আদেশ দিছিল———

"মন্ত্ৰীক মাতিয়া পাচে ৰাজা আদেশয়।
চাৰিও দিশক লাগি পাঞ্চা দূতচয়॥
আনোক হুঙ্কাৰি ৰাজাগণ নিৰন্তৰে।
চতুৰঙ্গ সেনা লৈয়া আসোক সত্তৰে॥"

সভাৰ আদেশ মতে সেইদৰে চাৰিওফালে নিমন্ত্ৰণ চিঠি-পঠিয়াই সাহিত্যিক সকলক হুঙ্কাৰি আনিছিল। আপুনি নো সেই হুঙ্কাৰ নুশুনিলে নে?

বৰবৰুৱা—ৰবা, লম্বাই, ৰবা। তুমি আজিকালি বৰ কথকী হৈ যে পৰিছা এইটোৰ গম মই পাইছোঁ। পোণ-পটীয়া কথাটোকে বেঁকাকৈ ৰাছকৱনীয়া শব্দৰ আৰিয়া ধৰি জিলাই জকমকীয়া কৰিছা। তস্যোপৰি শ্ৰীশঙ্কৰগুৰুৰ কীৰ্ত্তনৰ পদো এফাঁকি মাতি দিলা। মাতিলা মাতা; তাত মোৰ কবলৈ

একো নাই। বোলো "হাড় নাইকিয়া জিবা, মাতে কিব কিবা।" কিন্তু তোমাক সুধিছোঁ, 'ঘমঘণ্ট' কৰি কথাটো মানে কিহেঁ? ঘমঘণ্টা মানে হুলস্থূল। তাৰ ইংৰাজীটো Confusion। বোলো, সাহিত্য-সভাই বাঁহীৰ সম্পাদকৰ মাতি নি অভিনন্দন দিলে নে, কিলাই দিলে? আৰ সাহিত্য সেৱী সকলৰ গাত ঝিঙক প্ৰত্যয় কৰা মানে কি ঝিঙক্ মানে কি? ইংৰাজীত ষ্টিক মানে বুজো আৰু তা প্ৰত্যয়টোকো আজিকালি অনেকে স্বয়ং উপলব্ধি কৰি লাগিছে। তেনেকুৱা কিবা বস্তু নহয়তো? নিৰীহ ভদ্ৰলোক সাহিত্যিক বপুৰাহঁতে সভাৰ আহ্বানত গৈ তেনেকুৱা কিব সাহিত্যৰ ৰসকে আস্বাদন কৰিলে নেকি? আৰু হুঙ্কাৰি অনা মানে কি? হোঁকোৰা শব্দটো হুঙ্কাৰৰ অপভ্ৰংশ নহয় নে? সম্বৎসৰটো হাড়-মূৰ ভাঙি সাহিত্য-সভাৰ অৰ্থে পৰিশ্ৰ কৰি অন্তত মানুহ মাতিবলৈ সম্পাদকে সেইটোহে কৰি লগীয়াত পৰিল? "হে, সাহিত্যিক ভকতসকল! গা তুলিব হল। উঠক, আহক। পলম কৰিলে ভাত কৰ্কৰা আৰ আঞ্জা বাহী হব।" এইদৰে তেওঁ মতাহেঁতেন নো ভদ্ৰতা পদফাঁকিৰ কোনখিনিত অশুধ সোমালহেঁতেন।

লম্বাই—ৰকৰা ডাঙ্গৰীয়া, আপোনাৰ আগত আমা নিচিনা এলাপেচা মানুহৰ কথা কবলৈকে ভয় লগা হৈছে আপোনাৰ "মিজাজ" কেতিয়া কেনে হৈ থাকে, আমা নিচিনা অলপধতুৰা মানুহে বুজিব নোৱাৰে। আমি



একেষাৰ কথা কলেই আপুনি তাৰ নানা অৰ্থ কৰে। সিফালে কিমান ভয়ে ভয়েহে যে সেই কথাষাৰ ওলাইছিল; তাক নেদেখাজনেহে দেখিছে।

বৰবৰুৱা—লম্বাই বাপু! মোৰ 'মিজাজ' ভালেই আছে; তুমি ভয় নকৰিবা। বাৰু, মোক কোৱাচোন, তুমি সাহিত্য-সভালৈ গৈছিলানে?

লম্বাই—অ আই! মই নাযাম কিয়? গৈছিলোঁতো। সেইটো কিবা লুক্-ঢুক কৰিবৰ কথানে ডাঙৰীয়া?

বৰবৰুৱা—তাত মোক নেদেখিলানে?

লম্বাই—নেদেখিলো। মই মিছাকথাষাৰ কবলৈ কি হৈছে?

বৰবৰুৱা—মিছা নকব পাৰাঁ। কিন্তু তোমাৰ ইন্দ্ৰিয়বৰ্গত দোষ প্ৰবেশ কৰিছে।—বিশেষকৈ কাণ আৰু চকুত।

লম্বাই—কেনেকৈ?

বৰবৰুৱা—এনেকৈ—বাঁহীৰ সম্পাদক সভালৈ যাওঁতে সভাঘৰৰ দুৱাৰ মুখত "জয় কৃপাবৰ বৰুৱাৰ জয়" বুলি "ভলন্টিয়াৰে" চিঞৰা শুনিছিলানে নাই?

লম্বাই—শুনিছিলো। কিন্তু কৃপাবৰক তাত নেদেখিলোঁ। গান্ধী মহাত্মাৰ জয়ো শুনিছিলো, অথচ মহাত্মাও তাত নাছিল।

বৰবৰুৱা—শুনা তেন্তে। চৰ্ম্ম চক্ষুৰে দেখাসকলে আমাক নেদেখে। ভলন্টিয়াৰ অৰ্থাৎ বলন্টিয়াৰৰ চকুত চামনি নাই। সেইদেখি তেওঁলোকে আমাক দেখিছিল, আৰু আমাৰ নামত জয়ধ্বনি কৰিছিল। যাওঁতে বাঁহীৰ সম্পাদক মাজত, তেওঁৰ

আগত মহাত্মা আৰু পিছত বৰবৰুৱা। বোলো, লম্বাই শৰ্ম্ম
তুমি তোমাৰ চকুৰ চামনি শীঘ্ৰে কটাই লোৱাঁ। তেতি
দিনে-ৰাতিয়ে সমানে ফৰকাল দেখিবা।

বলন্টিয়াৰকো কম পদাৰ্থ বুলি নাভাবিবা। বলৰ অন্ত
পৰিছেগৈ যত সেই বলন্টিয়াৰ। নৈৰ অন্ত সাগৰত; বল
অন্ত বলন্টিয়াৰত। তুমি খুকুৰি ধৰিব পাৰা যে "বলন্টি
লৈকে নহয় বুজিলো, কিন্তু তাত 'য়াৰ' লাগিল কিয়
মই কওঁ য়াৰ প্ৰত্যয়টো সেইদৰেই লাগে। শাস্ত্ৰ পঢ়ি চো
মোৰ কথাৰ প্ৰমাণ পাবা। আন শাস্ত্ৰ নালাগে আমাৰ কী
ঘোষাকে পঢ়ি চোৱাঁ। কংস বধ ছোৱাত কংসৰ মুখ্য মা
চানূৰে কৈছিল—

"এহেন্ত বাম মহা বলিয়াৰ।
এন্তে সনে তুমি কৰা প্ৰহাৰ॥"

বলী শব্দটোত "য়াৰ" যেনেকৈ লাগিল বলন্তি শব্দটোত
"য়াৰ" তেনেকৈয়ে লাগিল। মুঠতে বলী আৰু বলন্তি শব
তেজ বঢ়াবলৈ "য়াৰ" তেজপাতৰ প্ৰয়োগ। বুজিলানে এতিয়

যাওক এইবোৰ বাজে কথা। তুমি দেখিলাই বা নে
খিলাই, মই কিন্তু বাঁহীৰ সম্পাদকৰ লগে লগে যে সভা
গৈছিলোঁ, এইটো তোমাৰ আগত মই এতিয়া থিয় হৈ থৰ
দৰে সঁচা। অধিকন্তু বাঁহীৰ সম্পাদকক দিয়া অভিনন্দন
পত্ৰ মই শুনিলোঁ। অভিনন্দনৰ উত্তৰত বাঁহীৰ সম্পাদ
আনন্দৰ কোবত সাহিত্যসভাৰ আয়ু, শ্ৰী, বল, বীৰ্য্য, পৰাক্ৰ



বুদ্ধিৰ মনেৰে কলে, যে সাহিত্যসভালৈ এনে এদিন আহিব, যেতিয়া সভাই দিয়া কোনো উপাধি জগতে বহুমূলীয়া জ্ঞান কৰিব আৰু উপাধি পোৱা জনেও নিজক ধন্য মানিব; কিন্তু কথাষাৰ পাকলাগি পৰিল। ঠিক যেন অঁকৰাক নাও নুবুৰাবি বুলি কোৱা হে হল। নাওত উঠা অঁকৰাৰ লগৰীয়াবোৰে অঁকৰাক কলে—"অঁকৰা, চাবি, নাৱৰ বাৰলৈ গৈ নাও একতীয়াকৈ যেন নুবুৰাৱ।" অঁকৰাই ওলোটা বুজি কলে,—"ককাইহঁত, ভাল কথাটোকে মোক মনত পেলাই দিছা।" এই বুলি সি তাকে কৰি নাওখন বুৰাই দিলে। বাঁহীৰ সম্পাদকৰ কথাষাৰ শুনি সভাই বোলে ভাল কথাটোকে মনত পেলাই দিছা; তোমাক দিলোঁ "ৰসৰাজ" উপাধি; তুমি লোৱা এতিয়াই। অসমীয়াত ইয়াকে বোলে কপাল; ফাৰ্চীত বোলে কিচ্মৎ; ইংৰাজীত বোলে fate।

দ্বিতীয়টো কথা মই বাঁহীৰ সম্পাদকক কলোঁ। সেইটো এই। "সম্পাদক প্ৰবৰ! তুমি এতিয়ালৈ সাহিত্যত যি সৃষ্টি; স্থিতি আৰু প্ৰলয় কৰিলা, কৰিলা; আজিৰ পৰা যেন কাপ, কাঠী, মহী লৈ আৰু তাৰ কাষলৈ নোযোৱা। কিয় সেইদৰে কৈছোঁ, তাৰ কাৰণটোও তোমাক বিৱৰি কওঁ—

হিন্দুৰ ভিতৰত এটা প্ৰথা আছে, যে যাৰ কেও-কিছু নাই, বা যাৰ মৃত্যুৰ পাছত দহা, কাজ, বছেৰেকীয়া শৰাধ, বা পানী-শৰাধ আদি প্ৰেত-কাৰ্য্যৰ দ্বাৰাই পিণ্ডলাভৰ আশা নাই, সেইজনে জীয়াই থাকোঁতেই নিজেই বৃষোৎসৰ্গ, বৰোৎসৰ্গ

আৰু আদ্যশ্ৰাদ্ধাদি কৰি লৈঠা ছিঙি থৈ পৰকালৰ "ছেভিং বেঙ্কত" পিণ্ডৰ বিত্ কেৰা Safe deposite অৰ্থাৎ নিৰাপ জমা ৰাখি মৰিবলৈ বাট চাই থাকি কাশীবাস কৰে। ইয়ে এবিধ Life Assurance অৰ্থাৎ জীৱন বীমা। টেঙৰে দুই বিধ বীমা কৰি ইহকাল পৰকাল দুই কাললৈকে নিশ্চি হয়। বাঁহীৰ সম্পাদকৰো সাহিত্যত এই বীমা সম্পাদি হ'ল—অসম সাহিত্য সভাৰ দ্বাৰাই। তেওঁ এতিয়া নিশ্চি হৈ কাশীবাস কৰা উচিত বুলি মই তেওঁক কলোঁ।

লম্বাই—ববৰুৱা ডাঙৰীয়া, তেওঁ আপোনাৰ উপদেশবাক শুনি কি বুলিলে?

ববৰুৱা—নিবুকা চামোনটো হৈ বহি থাকিল।

লম্বাই—তেন্তে?

ববৰুৱা—তেন্তে আৰু কি; মই তেওঁক খাটাংকৈ কলোঁ যে সভাই তেওঁক বৈতৰণী পাৰ কৰি দিলে। ইয়াৰ পাছতে যদিহে তেওঁ আকৌ কিবা স্বৰূপে উভতি আহি জেওৰ ভাঙি সাহিত্যৰ শাকনি-বাৰীত সোমায়, তেন্তে বাসস্থান হব "পাউণ্ডত" অৰ্থাৎ কাটকত। পাউণ্ডতে থাকি তেওঁ শুকা মৰিব লাগিব; কোনেও ছ-অনা পইচা ভৰি গৰাকী নোহোৱ তেওঁক তাৰ পৰা মোকোলাই নানে।

আৰু একাষাৰ মই তেওঁক কলোঁ:—সাহিত্য-সভাই তোমাৰ ভাল-লৰা বুলি খাটাংকৈ কৈ দি তোমাৰ মূৰত বকুলৰ মালাৰ নিৰ্ম্মালি এধাৰ দিলে। আচলতে তুমি যে শান্ত নোহোৱা, কচ



কচীয়া লৰা, সেইটো মই জানো। ইয়াৰ পিছত আকৌ যদি তুমি সাহিত্যৰ পথাৰত অঘাইটং লবাৰ দৰে কচ্ কচাই ফুৰি কৰবাৰ কাৰবাৰ কিবা জগৰ লগোৱা, তেন্তে সভাৰ মূৰ লাজতে দোঁ খাব। সেইদেখি কওঁ, হে সাহিত্যৰ ৰথত বহোঁতা ধুৰন্ধৰ সম্পাদক প্ৰবৰ! হে বেজৰ ঘৰৰ লৰা বেজ-বৰুৱা দেও! আজিৰ পৰা আৰু তুমি কলম নধৰিবা, নধৰিবা, নধ-ৰিবা ধৰিলেই বিপদ; নধৰিলেই সম্পদ। নধৰিলে সাহিত্য-সভাৰ মান ৰব; আৰু আছে যদি তোমাৰো ৰব। ৰাইজৰ ভিতৰৰ যাৰ মন যায়, সি লেখক, পঢ়ক, আকাশ-পাতাল যলৈ মন যায় যাওক; তুমি আৰু একো নেলেখিবা, একো নপঢ়িবা মোৰ কুটুম; তুমি আজি চাৰিখনীয়া পাৰি বহিবলৈ পাইছা, আউজিবলৈ বৰ গাৰু পাইছা, তামোল খাবলৈ বৰ বঁটা মূৰৰ পাগুৰী থবলৈ সাঁফৰ দিয়া বৰ শৰাই পাইছা। তোমাৰ গুৱাকটীয়াই গুৱা কাটি খনে খনে তোমাক দি যাওক; তুমি মুখত সুমাই থাকা; আৰু ওচৰতে থকা পিক্দানিত পিকাই থাকা; আৰু চাৰি সত্ৰীয়া গোসাঁই প্ৰভুৰ দৰে মূৰত পাগ মাৰি ঘুম মাৰি বহি থকা। শিষ্য বা সভাসদ্ বিলাকে যি কয়, তুমি মাথোন শুনি যাবা, পোণ বাটে উত্তৰ তাৰ কদাপি নিদিবা। কাষতে বহি থকা ৰাজমেধিৰ কাণত কেতিয়াবা মন যায় যদি তুমি দুষাৰ-এষাৰ ফুচ্-ফুচাই কবা, আৰু ৰাজ-মেধিয়ে তোমাৰ হৈ সভাসদক উত্তৰ দি থাকিব। আৰু ৰাজ-মেধিয়েই হওক বা গুৱাকটীয়াই হওক, নাইবা পাচনিয়েই হওক, তোমাৰ আগত থকা শৰাইৰ পৰা ঢোপৰ মালাৰ

নির্ম্মালি তেওঁলোকৰ মূৰত দি থাকিব। ইয়াৰ বহিভূর্ত তোমাৰ অকর্ত্তব্য। ইয়াৰ বাহিৰলৈ গলেই তুমি বিপদত পৰিবা, আৰু সাহিত্যসভাকো বিপদত পেলাবা, আৰু মোকো নিমিত্তৰ ভাগী কৰি মাৰিবা। ইতি—

——:০:——

# স্ত্রী-স্বাধীনতা

(ববৰুৱাই ঘুম মাৰি বহি থাকে। জয়ধ্বজৰ প্ৰবেশ)

ববৰুৱা—আঃ জয়ধ্বজ! আজি মোৰ সমাধি-ফমাধি একো নাই, ভয় নাথাবা আজি জয়ধ্বজ, ধর্ম্মধ্বজ, মূর্খধ্বজ, কপিধ্বজ যিয়েই মোৰ কাষলৈ আহে, সিয়েই মোৰ পৰা সমাদৰ পাব।

জয়ধ্বজ—আজি ডাঙৰীয়াৰ মনটো ভালে আছে দেখি সন্তোষ পালোঁ। ডাঙৰীয়া নগল?

ববৰুৱা—কৈছেহে, কোতললৈ নেকি?

জয়ধ্বজ—বক্তৃতা শুনিবলৈ। এলবার্ট হলত নিত্যানন্দ স্বামীৰ বক্তৃতা হৈছিল।

ববৰুৱা—মোৰ কপাল! মই খবৰ নেপালোঁ। দেওহে মোৰ বৰ লোকচান হ'ল। কোন নিত্যানন্দ? বেচেৰা কোন অভাগিনীৰ স্বামী?



জয়ধ্বজ—কাৰো স্বামী নহয় ডাঙৰীয়া, তেওঁ স্বামী উপাধি লৈছে।

ববৰুৱা—বৰ সস্তাতে কাম সমাধা কৰিলে। টেঙৰ মানুহ। আজি-কালি বিয়াত বৰ খৰচ পৰে। কাৰো স্বামী নহয়, অথচ স্বামীৰ পাগুৰীৰ দীর্ঘ ঈকাৰ তেওঁৰ মূৰত। মোক কথাটো ভাঙ্গি কোৱাচোন? স্বামী মানে গিৰিয়েক নহয়নে?

জয়ধ্বজ—ডাঙৰীয়া দেখিছোঁ মহা আহুকলীয়া মানুহ। তেওঁৰ নাম নিত্যানন্দ; উপাধি স্বামী। তেওঁ আকো কাৰ গিৰিয়েক হবলৈ যাব? তেওঁ বাল ব্ৰহ্মচাৰী। চিৰ-কুমাৰ।

ববৰুৱা—ৰবা, লাহে লাহে যোৱা। আমাৰ কুমাৰ গাওঁৰ সাতপুৰুষীয়া অনি কুমাৰ, মণি কুমাৰ চিৰকুমাৰ নহয় নে? তেওঁ সিহঁতৰ শাৰীত নে তলত?

জয়ধ্বজ—একে শাৰীতে নে তলতে, মই কব নোৱাৰোঁ। নিত্যানন্দ স্বামী চিৰকুমাৰ ব্ৰহ্মচাৰী, ইয়াকেহে জানো। তেওঁ পণ্ডিত লোক। সকলোৱে তেওঁক মান্য কৰে।

ববৰুৱা—বেচ কথা। তেওঁৰ মান্য সৎকাৰত মই বিধি-পথালি নিদিওঁ। তুমি কোৱা যদি তেওঁকময়ো মান কৰিম; আৰু তুৰন্তে তোমাৰ আজ্ঞা পালন কৰা যাব। তেওঁনো কি বিষয়ে বক্তৃতা কৰিলে?

জয়ধ্বজ—Female Emancipation.

বৰবৰুৱা—মানে ? যদি মই বুজাটো হয়, তেন্তে দেখিছোঁ বৰ ডাঙৰ বিষয়। বোলোঁ। কিহৰ Female ? মানুহ নে আন প্ৰাণীৰ ?

জয়ধ্বজ—অৱশ্যে মানুহৰ। আন কিহবাৰ বিষয়ে তে কবলৈ যাব কিয় ?

বৰবৰুৱা—তেনেহলেই ৰক্ষা। কিন্তু, আন প্ৰাণীৰ হোৱ হেঁতেন মই থিয়ৈয়েই মৰিলোহেঁতেন। মাখুন্দী হাতীয়ে মানুহ গছকি মৰা মই শুনিছোঁ। বাঘিনীৰ প্ৰকোপ বাঘতকৈও বেছি সেইটো কোনে নাজানে ? যেই সে "ফিমেল"কে মেলি দিয়াটো সাংঘাতিক ব্যাপাৰ। তোম স্বামীজীয়ে স্ত্রী-মুক্তিৰ সপক্ষে নে বিপক্ষে কলে ?

জয়ধ্বজ—সপক্ষে অৱশ্যে।

বৰবৰুৱা—ভালেই হ'ল। মই মোৰ ঘৰতে দুৱাৰ ভ মাৰি থাকিলোঁ। যাওক, মই তোমাক এটা কথা ক শুনা। সম্প্ৰতি তুমিও কলিকতাতে, ময়ো কলিকতাতে বাসস্থানৰ সম্বন্ধত তোমাক মই সম্বন্ধীয়া বুলিব পাৰোঁ বোলোঁ শালপতি দেওঁ, মোক দয়া কৰি কোৱাচোন, আ পুৰা-গধূলি আৰু আবেলি দুপৰীয়া, কলিকতাৰ বাটত ফুৰোঁ মানুহৰ ভিতৰত বিৰ দি সন্ধি পাওঁনে ?

জয়ধ্বজ—নেপাওঁ।

বৰবৰুৱা—সেই মানুহবোৰৰ সৰহখিনি মতা নে তিৰোতা

জয়ধ্বজ—মতা।



বৰবৰুৱা—কাৰণটো শালপতিদেৱে মোক কব পাৰেনে ?

জয়ধ্বজ—নোৱাৰোঁ।

বৰবৰুৱা—মই পাৰোঁ। কওঁ শুনা। হিন্দু-মুছলমানৰ তিৰোতাবোৰৰ পোন্ধৰ অনা পৰ্দ্দাৰ ভিতৰত। তেওঁলোক মুকলি মনেৰে বাহিৰত ফুৰিবলৈ নোলায়।

জয়ধ্বজ—হয়।

বৰবৰুৱা--হয় কি ? হয়, শালপতি দেও বোলা; তেহে শুনি গাটো শাঁত লাগে। যাওক। যদি "ফিমেল বৃন্দক" মুকলি কৰি দিয়া যায়, তেন্তে মানুহেৰে গিজ্ গিজাই থকা, বিৰ দি সন্ধি নোপোৱা এই কলিকতাৰ ৰাস্তাত মানুহৰ লেখ প্ৰায় দুগুণ নহব নে ?

জয়ধ্বজ—হব ডাঙৰীয়া।

বৰবৰুৱা—আকৌ তুমি মোক শালপতি বুলিবলৈ পাহৰিলা। কোৱা, 'হব শালপতি ডাঙৰীয়া'। তুমি hopeless Case তোমাৰ সৈতে শালপতি পতাই মই সুখ নেপালোঁ। এতেকে সেইটো Cancel কৰিলোঁ। যাওক। মটৰ, বাছ, লৰী আৰু গৰু-ম'হৰ গাড়ীৰ দৌৰাত্ম্যত বাটৰ মাজত ভৰিকে দিব নোৱাৰি। তোমাৰ "ফিমেল ইমানচিপেশ্যন" হলে "ফুটপাথ" বোৰৰ অৱস্থা কি হব ভাবি চাইছানে ? চাৰি পইচাৰ চাউল, তিনি পইচাৰ তেল, দু-পইচাৰ আলু পটল, এপইচাৰ লোন কিনিবলৈ তেতিয়া তুমি বজাৰলৈ ওলাব পাৰিবানে ? তুমি নহয়

ঠেলা-ঠেলিকৈ গৈ কৃতকাৰ্য্য হলাই, কিন্তু তোমাৰ ঘৰৰ আপা
নাইবা তোমাৰ নিজৰ ছোৱালীজনীয়ে এনে ঠেলাঠেলি হুৰ
মূৰিৰ মাজত নিৰ্ব্বিঘ্নে বজাৰ কৰিবলৈ যাব নোৱাৰে। গলে
বাটৰুৱাৰ ঘহঁনিত তোমাৰ গাৰ মাখিছাল টিকিব কেইদিনলৈ
যদি তোমাৰ আপা-আপীক পঠিওৱা, সিহঁত সন্দেহ-ৰসগো
খোৱা থুলন্তৰ বঙ্গালী তিৰোতা আৰু ঘিউ খাই নাই চোবো
কৰি ঘূৰী পিন্ধা মাৰোৱাৰী আৰু ঢোৰোহ পেটী ভাট
মহিলাৰ বৰডুলিৰ ভৰত জোল নহব নে? ফলত তোম
বজাৰ কৰা বৰদৈচিলা উৰি মাকৰ ঘৰ পাবগৈ, আৰু তোম
সেইদিনা উপবাস। মই তোমাৰ এলবাৰ্ট হললৈ যো
হেতেন, তোমাৰ ভক্তিভাজন আৰু মোৰ "ভকতিৰ মোম
মাই মহাপ্ৰভু নিত্যানন্দক তেওঁৰ বক্তৃতাৰ মাজতে থিয়
সুধিলোহেঁতেন,—স্বামীজী, মই মহিলাবৃন্দক কলিকতাৰ ৰা
আলিত মেলি দিবলৈ সাজু আছোঁ; যদি প্ৰভুপাদে এ
"দুষ্‌খিতক" দিনো বজাৰ কৰি দিবলৈ গাত লয়।

জয়ধ্বজ—ববৰুৱা ডাঙৰীয়া, আপুনি কথাটো কোৰ
ধৰিয়াই কেনিবাত পেলালেগৈ। অৱশ্যে আপোনাৰ যুক্তিটো
অকাট্য। এইবাৰ আকৌ নিত্যানন্দজীৱে সৈতে মোৰ দে
হলে আপোনাৰ প্ৰশ্নটো তেওঁক কৰিম। তেওঁনো সন্তোষজন
কি উত্তৰ দিয়ে তাকো ডাঙৰীয়াক জনামহি।

ববৰুৱা—তেনেহলে তোমাৰ স্বামীক ববৰুৱাই কৈছে বু
আৰু একাষাৰ কথা কবা। বক্তাসকলে যে আজিকালি "ঠেল



নামত বাবাজী" বুলি স্ত্ৰী স্বাধীনতা, বাল্য-বিৱাহ, বিধৱাবিৱাহ
এনেবোৰ কথা লৈ বক্তৃতা কৰিবলৈ ধৰিছে, তাত ববৰুৱাই
সন্তোষ প্ৰকাশ কৰিছে। বক্তাসকলে ৰাজনীতিত আঙুলি
সুমুৱাই বটিয়াবলৈ বিন্ধা মৰিল। সেইদেখি বলৱন্ত জনে
যদি কোবাই ধাৰিয়াই তেওঁলোকৰ মনটো ঘৰৰ ফালে বলাই
আনি দিছে, তেন্তে ভালেই হৈছে। তেওঁলোকে জানি লোৱা
ভাল যে ৰাজনীতি ৰজাঘৰীয়া বস্তু। প্ৰজানীতি প্ৰজাৰ।
ৰজাঘৰীয়া সকল এনে বিচক্ষণ লোক যে তেওঁলোকে প্ৰজা-
নীতিত হাতকে নিদিয়ে। প্ৰজা উটি গ'ল। যদি, প্ৰজাই
গছৰ ডাল এটা প্ৰজালৈ পেলাই দিয়ে, ৰজাই তাত ওষ্ঠ-
স্পন্দন নকৰে। কিন্তু প্ৰজাই সেই ডালটোত ধৰি ওলমি
জী থাকিবলৈ এৰি ৰজাঘৰৰ ফালে চাই ৰমলিয়ায় কিয়? 
প্ৰজাই বৰ-সবাহ পাতক, নাচক-বাগক, আৰু যদি ধৰ্ম্মক
চিয়াঁই দয়ালু ৰজাৰ হকে একাষাৰ হৈ-ধ্বনি দিয়ে, ৰজাই
তাত সন্তোষহে পাব। কিন্তু প্ৰজাই নিজৰ বাৰীৰ ঢাপ ডেই
গৈ সীমাৰ বাহিৰত ধুম্ ধুপাল কৰাটো ৰজাঘৰৰ পক্ষে অসহ্য
কথা। যি হওক কিছুদিনলৈ যে ৰাজনীতি চৰ্চ্চা বন্ধ হ'ল,
তাত ববৰুৱা খুচী। আমাৰ বিলাতী "মুৰুববীজন" বহুত
আচ্ছালোক। ববৰুৱাৰ তেওঁক পছন্দ হৈছে। ববৰুৱা
কোনো জীয়েকৰ বাপেক হোৱাহেঁতেন আৰু সেই জীয়েকে
সন্মতি দিয়াহেঁতেন, আৰু ক'লা মানুহৰ জীয়েকক বগা মানুহে
বিয়া কৰাবলৈ মান্তি হোৱাহেঁতেন আৰু এই পতা বিয়াখনত

আমাৰ পুৰোহিত বিদ্যাধৰ পণ্ডিতদেৱে দৰা-কন্যাৰ ভিতৰত ৰাহি-জোৰা আহিছে বুলি কোৱাহেঁতেন আৰু তাৰ উপৰি মুকুব্বীৰ বৰ্ত্তমান গৃহিণী ববৰাইদেৱেকে তেওঁৰ ক'লী সৰু ভনী দাসী এজনী আনিবলৈ মুকুব্বীক অনুমতি দিয়াহেঁতেন ববৰুৱাই ভবিষ্যত উপজিবলৈ আশা কৰা তেওঁৰ ক'লীজীয়েকক সেই মুকুব্বী চাহাবলৈ দি তেওঁক জোঁৱাই কৰিলেহেঁতেন নিশ্চয় আৰু ববৰুৱাই তেওঁৰ ভবিষ্যত জোঁৱায়েকক আশীৰ্ব্বাদ কৰিলেহেঁতেন—"মোৰ সোণামুৱা জোঁৱাই বোপা, তোমাৰ "কেবেভান" চলোৱা, কৰক ভতুৱা কুকুৰে ভোঁ-ভোঁ।" তাৰ পিছত ববৰুৱাই তেওঁৰ জোঁৱাইলৰা ফেৰিক লৈয়েই ইমূৰ-সিমূৰ নেদেখা ৰাজ্যখনৰ এক অনা তিনি পাইৰ অংশ জোঁৱাইৰ যহতে থালেহেঁতেন। জাত? "যানে দেও জাত।"

অন্তত আৰু এযাৰ কথা, তোমাক কবলৈ মোৰ বাকী আছে জয়ধ্বজ। স্ত্ৰীসকলক মুক্তি দিবলৈ তোমাৰ স্বামীজীয়ে সভাসদ সকলক কৈছিল নহয়নে?

জয়ধ্বজ—হয়।

ববৰুৱা—তেন্তে স্বামীজী "অৰ্ডিনেন্সাৰ" পিকেটিং ধাৰাত নপৰিবনে?

জয়ধ্বজ—মাথোন কথাটো বুজাই দি অনুবোধ কৰিলে পিকেটিঙত পৰিব কিয়?

ববৰুৱা—পৰিব, যেনেকৈয়ে হওক পৰৰ স্বাধীনতা আৰু ইচ্ছাত হাত দিলেই হ'ল। মুখৰ কথাৰ কথা এৰিকে দিছোঁ



বাটৰ মূৰত দূৰৈত থিয় দি আকাৰে ইঙ্গিতেৰে তেনে কৰিবলৈ গলেও একে ফল। বুজিলানে এতিয়া?

# বিৰহ

ববৰুৱানী দেশভ্ৰমণ কৰিবলৈ গৈ মহিলাৰ মেলত বক্তৃতা দি ফুৰিছে। ইফালে ববৰুৱা ডাঙৰীয়া ডাঙৰ বিৰহত চেপেটা লাগিল। কালিদাসৰ যক্ষৰ বিৰহ হৈছিল, আহাৰৰ পহিলা তাৰিখে; ববৰুৱাৰ হ'ল আহিনৰ "দোচোৰা" তাৰিখে। যক্ষই আকাশত ন মেঘ দেখি বিৰহত পৰিল। ববৰুৱাই ন মেঘ দেখিলে, তেওঁৰ গাৰ নোম এডালকে নলৰিল; পুৰণি মেঘ দেখিলে তেওঁৰ হাঁচি এটাও নুঠিল; ডাৱৰ দেখিলে, তেওঁৰ হামি এটাও নাহিল; বিজুলী দেখিলে তেওঁৰ চকুৱে পিৰিকটি এটাকে নেমাৰিলে; গাজনি শুনিলে, ঢেৰেকনি শুনিলে, আনকি ওচৰতে চৰগ পৰাও দেখিলে, তেওঁৰ বুকুত টিপ্‌টিপনি এটাও নুঠিল; তথাপি তেওঁৰ বিৰহ উক নিদিলে, তেওঁ এই এটাইবোৰ ঠেলা চম্ভালি বল—যদিও তাৰ আগেয়েই ববৰুৱানী দেশ পৰ্য্যটিকা ভবিতা। বিৰহ বৰ বিহটো তেওঁৰ গাত লাগিল কেতিয়া? আহিনৰ দুদিন যোৱাত! মই কথা বঢ়াই নকওঁ, কাৰণ তেনে অভ্যাস মোৰ নাই, বিৰহটোৰ "চাইজ" (Size) ঠিক "কেপছিকম" ( Capsicum ) নামৰ

বিলাতী ডাঙৰ মৰিচটোৰ সমান কিন্তু। কোনোৱে সুধিব পা
যে বিশেষকৈ আহিনৰ দুই তাৰিখে নো বিৰহৰ এই ধোদো
মৰিচটো ডাঙৰীয়াৰ গাত সান খালে কিয় ? পহিলা তাৰিখে
বা তাৰ আগেয়েই নো সি ক'ত আছিল ? উত্তৰত কওঁ যে
পহিলা তাৰিখে মই এটা ন-লগুৱা ৰাখি, পহিলা আৰু দোচোৰা
তাৰিখে তাক মোৰ বজাৰ কৰিবলৈ নিযুক্ত কৰিছিলোঁ।
দোচোৰা তাৰিখে যেতিয়া গধূলি সি মোক বজাৰৰ খৰচ
হিচাব দিলে তৎক্ষণাৎ বিৰহৰ বোজা মোৰ মূৰত পৰিল।
কেনেকৈ ? কওঁ শুনা ঃ—আনবোৰ বস্তুৰ বেচ বঢ়াই ধৰি
ধৰি সি লেখাই আছিল, মই সহি আছিলোঁ ; কিন্তু যেতিয়া
ডাকৰ পোষ্টকাৰ্ড দুটাৰ বেচ আঢ়ৈ পয়চাকৈ পাঁচ পয়চা
বুলিলে মই বিৰহত বিমূৰ্চ্ছিত হৈ পৰিলোঁ। দেহি ঐ !
এইদৰে লগুৱাহঁতে ৰবৰুৱানীক বজাৰৰ হিচাব দি দি শোক
দিছিল, আৰু তেওঁ দিনৌ এনে শোকৰ খুন্দা মোৰ নিমিত্তে
অৰ্থাৎ যাতে মোৰ খোৱা-লোৱাত আহুকাল নহয়—সহি আছিল,
আৰু এনে ব্ৰহ্মবধী লগুৱাৰে মোৰ অজ্ঞাতসাৰে খৰিয়াল কৰি
ৰবৰুৱাৰ বৃহৎ ঘৰ সংসাৰ চলাই আছিল আৰু মোৰ আমনি
হয় বুলি মোকো একোকে জানিব নিদিছিল।

মই তেতিয়াই সেই ন-লগুৱাটোক তপতে-তপতে "ঘিচ-মিচ"
কৰি, ৰবৰুৱানীলৈ এখন দীঘল প্ৰেম-পত্ৰ লিখিলোঁ। তাৰ
উত্তৰত মই তেওঁৰ পৰা এটা চতুৰ্দ্দশপদী কবিতা অৰ্থাৎ
"ছনেট" পাবৰ আশা কৰিছোঁ। কিন্তু বেজাইৰ কথা যে



এই পৰিমিত কবিতাটো মোৰ হস্তগত হোৱা নাই। হয়,
তেওঁৰ কবিতা ৰচনা কৰা শেষ হোৱা নাই, নহয় ডাকঘৰৰ
কিবা বেমেজালিত এনে দুৰ্ঘটনা ঘটিছে। ইফালে মযো বিৰহ
বেদনাত দিনৌ দুৰ্ব্বোৰ "মিউজিকেল" হৈ পৰিছোঁ। ডাকোৱাল
আহিলেই তাক দিনৌ বেজবৰুৱা দেৱৰ এই কবিতাটো গাই
সোধোঁ—

"কই যোৱা ডাকোৱাল, খোজ কিয় কোবাল ?
জুনুক জুনুক কিনো বাজে ?
তোমাৰ সি টোপোলাত, চিঠি নামে অসংখ্যাত
কিনো অদ্ভূত বস্তু ৰাজে ?
বিদেশত আছে সতী, ঘৰত ৰইছে পতি,
বিৰহ বাতৰি কিবা যায়।
বিৰহত পোৰা স্বামী, মাগে প্ৰেম শান্তি পানী
তেখেতে কি এচলু পঠায় ?

ইত্যাদি।

বোলো ডাকোৱাল কাই, "আমাৰ সেই তেওঁৰ পৰা কিবা
চিঠিপত্ৰ আমালৈ আনিছা নে ?" ডাকোৱালে মোৰ মুখলৈ
আঁ কৰি চাই থাকে, আৰু হাঁহি গুচি যায়। বোধকৰোঁ
সি ভাবে, হয় মই বলিয়া হৈছোঁ, নহয় ধেমালি কৰিছোঁ।
হৰি হৰি ! ধেমালি ! এটাই টাঙোন খাই চট্‌ভট্‌ কৰিছে,
আনটোৱে তাত ধেমালি পাইছে ? সংসাৰখন এনেকুৱাই।

যাওক এইবোৰ কথা। মূঠতে অধুনা মোৰ হৃদয় বিৰহ বেদনাত ব্যথিত। মোৰ বেজাৰৰ দিন: শোকৰ সময়; হাঁহিৰ নহয়। ইংৰাজ কবি ছেলি নে কোনে কৈছিল, "The sweetest songs are those that tell of saddest thoughts" বাল্মীকিৰ শোকৰ খুন্দাতে শ্লোক ওলাল—ফলত সাতকাণ্ড ৰামায়ণ। মোৰ শোকৰ ফলত কি ওলায়, গোঁসায়েহে জানে। সম্প্ৰতিতো সঙ্গীত সঙ্ঘৰ জন্ম হৈছে। শোকৰ খুন্দা পাতলাবৰ মনেৰে মই সঙ্গীত চৰ্চ্চাত মনোনিবেশ কৰিছোঁ।

অকলৈ চৰ্চ্চা কৰি উপকৃত হোৱাতকৈ লোককো ভাগ দি উপকাৰ কৰাটো প্ৰশস্ত; সেইদেখি একেবাৰেই মোৰ ঘৰতে এখন সঙ্গীত সঙ্ঘ স্থাপন কৰি পেলালোঁ। সম্প্ৰতি চাৰিজন ছাত্ৰ-ছাত্ৰীৰেই খুলিলোঁ; ভৱিষ্যতত সঙ্ঘৰ খ্যাতিৰ সুগন্ধ বিস্তৃত হলে দূৰ দূৰণিৰ দেশ-দেশান্তৰৰ পৰাও ছাত্ৰ আহি তাত ভৰ্ত্তি হব বুলি আশা কৰিলোঁ। মোৰ দৃঢ় বিশ্বাস, এবছৰৰ মূৰত তাৰ বছেৰেকীয়া ৰিপৰ্ট চহৰৰ গণ্য-মান্য লোকসকলৰে পৰিপূৰ্ণ এক বিৰাট সভাত পঢ়িবলৈ পাম। আৰু ছমাহৰ মূৰৰে পৰা সেই সভাৰ সভাপতিৰ আসন অলঙ্কৃত কৰিবলৈ ত্ৰিবাঙ্কুৰ, মহীশুৰ, খান্দেশ, বুণ্ডেলখণ্ড পুষ্কৰ, ফ্ৰন্টিয়াৰ প্ৰভিঞ্চ আৰু কালিংপঙৰ বিচক্ষণ বিচক্ষণ ডাঙৰ ডাঙৰ লোকলৈ চিঠি লেখি "ৰিক্ৰুট" কৰিবৰ চেষ্টা কৰিম। চিঠিৰে কাৰ্য্য-সিদ্ধি হোৱাৰ আগন্তুক নেদেখিলে সৌশৰীৰেৰে জনচেৰেক "ৰিক্ৰুটৰ"কে সঙ্ঘৰ খৰচত সেইবোৰ



ঠাইলৈ পঠাবলৈ দিহা কৰিম। যাওক সেইবোৰ পাছৰ কথা। সম্প্ৰতি মোৰ সঙ্ঘৰ বিষয়ে কওঁ। ওপৰত যি চাৰিজন ছাত্ৰ-ছাত্ৰীৰ কথা কলোঁ সেইকেইজনৰ বিবৰণ আৰু সঙ্গীত বিদ্যাত Progress অৰ্থাৎ উন্নতিৰ বিষয়ে অলপ বহলাই কবৰ মনোগত কৰিছোঁ। এইবাবে, যে তেওঁলোক সঙ্ঘৰ প্ৰথম দল (First batch of pupils) ছাত্ৰ। নিশ্চয় তেওঁলোক আগলৈ একোজনা সঙ্গীতজ্ঞ ভোটাতৰা হৈ ভাৰতত পোহৰ দি ভাৰত-আকাশ উজ্জ্বল কৰিব।

সম্প্ৰতি সঙ্গীত-সঙ্ঘৰ চাৰিটি ক্লাছ অৰ্থাৎ শ্ৰেণী খোলা হৈছে। একো-একোটি ছাত্ৰৰে একো-একোটি শ্ৰেণী গঠিত। প্ৰথম শ্ৰেণীৰ ছাত্ৰীটিৰ নাম সোণাবিবি, আচল নাম স্বৰ্ণলতা। দ্বিতীয় শ্ৰেণীৰটিৰ নাম জানদেৱী, আচল নাম জানকী। তৃতীয় শ্ৰেণীৰ ছাত্ৰটিৰ নাম গোৰা, আচল নাম জামাল মহম্মদ। চতুৰ্থ শ্ৰেণীৰ অৰ্থাৎ "লাষ্ট ক্লাচৰ" ছাত্ৰটিৰ নাম ভুচুঙা,—আচল নাম ভুৰিশ্ৰৱা। তাৰ পিতৃদত্ত ভুৰিশ্ৰৱা নামটিৰ তৎ ধৰিব নোৱাৰি প্ৰথম আৰু তৃতীয় শ্ৰেণীৰ ছাত্ৰ আৰু ছাত্ৰী দুজনে ভুচুঙা, ভুচুঙা বুলি তাক মাতি সেই নামটিকে বাহাল কৰিলে; আৰু তাৰো সেইবিষয়ত কোনো আপত্তি দেখা নগল। জানকীৰ জানদেৱী নাম প্ৰাপ্তিৰো ইতিহাস তেনেকুৱাই। ইহঁতৰ বিষয়ে বহলাই কোৱাৰ মানে এইটোৱেই যে কালত ইহঁত সঙ্গীত-ৰাজ্যত বৰলোক হব। সেইদেখি সিহঁতৰ গুৰিৰ ইতিবৃত্ত এতিয়াই লেখি থলে আৰু নেহেৰায়। এনে ভুলতে

তানসেনৰ আঁতি গুৰি হেৰাল। খুব সম্ভব গোৰা নতুন তানসেন, সোণা ছাহজাহান বাদশ্যাৰ জীয়েক জাহানাৰা; জানদেৱী মীৰাবাঈ আৰু ভুচুঙা দিলীপ ৰায় হবগৈ। সোণা-গোৰা ববৰকৰাৰ সূপকাৰ-নন্দিনী আৰু নন্দন। জানদেৱী পানীভাৰীৰ জীয়েক। আৰু ভুচুঙা চাপৰাছীৰ জল-পিণ্ডৰ আশা, সিহঁত ববৰকৰাৰ টোলৰ ভিতৰঁতে থাকে দেখি সঙ্ঘই "বাছ" অৰ্থাৎ গাৰীৰ খৰচ ৰাহি কৰিব পাৰিছে—কাৰণ, সিহঁত ৰদ বৰষুণ সকলো সময়তে খোজ কাঢ়িয়েই স্কুললৈ আহে। এইকথা বাৎসৰিক ৰিপোৰ্টত অৱশ্যে লেখা থাকিব। তেতিয়া ৰাইজে জানিব পাৰিব কেনে "ইকনমিকেল" অৰ্থাৎ কম খৰছতে ববৰকৰাই তেওঁৰ এই বিৰাট অনুষ্ঠানটি চলাইছে।

এতিয়া ছাতৰ কেইটিৰ বিদ্যোপাৰ্জ্জনৰ বিষয়ে কওঁ। ছাতৰ কেইটি উৰিষ্যা দেশীয়, সেইদেখি তেওঁ অনেক ভাবি-চিন্তি প্ৰথমতে সিহঁতক সিহঁতৰ মাতৃ-ভাষাত স্বদেশৰ গানকে শিক্ষা দিবলৈ থিৰ কৰিলে।

মোহন গোস্বামী নামেৰে এজন বিখ্যাত সঙ্গীতজ্ঞ লোক অলপতে কটক অঞ্চলৰ পৰা সম্বলপুৰলৈ আহি থিয়েটাৰ কৰি সম্বলপুৰ বাসীক অপাৰ আনন্দ দান কৰিছিল। তেওঁৰ থিয়েটাৰৰ বিষয় আছিল ৰাধাকৃষ্ণৰ নিকুঞ্জলীলা। উৰীয়া ভাষাত নাট বোৰ ৰচিত। ববৰকৰাই প্ৰায় প্ৰতিদিন তেওঁৰ থিয়েটাৰ চাবলৈ গৈছিল। গানবোৰ অতি সুশ্ৰাব্য, অতি সুললিত আৰু অভিনয়ো বিতোপন। মোহন গোসাঁই কৃষ্ণ-



লীলামৃতানুৰাগী সাধক ভক্ত। তেওঁ গান গালে শুনি থাকিবৰ মন যায়। গান গোৰা আৰু থিয়েটাৰ কৰা লৰাবোৰো সু-শিক্ষিত। তাৰে এটি গানৰ মাথোন দুশাৰী ববৰকৰাৰ মনত বল; বাকীবোৰ সিহঁতৰ সৃষ্টিকৰ পিতৃদেৱতা মোহন গোস্বামীৰ লগতে মোক শোকাকুল কৈ থৈ এৰি গুচি গল! যথা—

"চাল, চাল, চাল কুঞ্জে কুঞ্জৰগামিনী

পথ চেয়ে আছে তব শ্যাম গুণমণি; চাল-কুঞ্জৰ গামিনী"

এই দুফাঁকি গানেৰেই মোৰ সঙ্ঘৰ ছাত্ৰ-ছাত্ৰীৰ শিক্ষা প্ৰথমতে আৰম্ভ কৰিলোঁ। সঙ্ঘৰ ছাত্ৰবৃন্দক পোন্ধৰ দিন গানটোৰ প্ৰথম ফাঁকি গাই গাই শিকাই শিকাই হুৰিলোঁ। শিকোৱা নুবুলি সিহঁতেৰে সৈতে যুদ্ধ কৰা বুলিলেই হয়। পোন্ধৰ দিনৰ মূৰতো, আন কেইটা ছাতৰৰ কথা নকওঁৱেই, প্ৰথম শ্ৰেণীৰ প্ৰথম ছাত্ৰী শ্ৰীমতি স্বৰ্ণলতাই গালে—

"চাল, চাল, চাল, চাল কঞ্জে"

আকৌ দুদিন পৰিশ্ৰমৰ পিছত গালে,

"চাল, চাল কুঞ্জে"

"ক"-ত এইবাৰ উকাৰ লাগিল; কিন্তু, তিনটি চালৰ অতি-ৰিক্ত "চালটো" যে গলেই তাৰ লগতে যি তৃতীয় "চাল" খনিও খহাই লৈ গ'ল।

অনেক প্ৰৱন্ধ কৰি আকৌ এই দুৰ্ঘোৰ শিক্ষা-কাৰ্য্যত লাগি গলোঁ। কুৰি দিনৰ দিনা সোণাই Progress দেখু-ৱালে। অৰ্থাৎ এখোজ আগবাঢ়িল—

"চাল, চাল, চাল কুঞ্জেৰ গা"

বচ্। এই আগবঢ়াত লাভ লোকচান দুয়োটা হ'ল গান ফাঁকিৰ তিনিখন "চাল" ৰ'ল, কিন্তু কুঞ্জেৰ লগত পিছৰ শব্দটোৰ অৰ্থাৎ "কুঞ্জৰ গামিনী"ৰ "গা" টো আহি লগ লাগিল। মহা বিপদত পৰিলোঁ, আকৌ পৰিশ্ৰম কৰি শিকাবলৈ ধৰিলোঁ। বাইশ দিনৰ দিনা সোণাই গান শাৰীৰ পাৰ পালেগৈ।

"চাল, চাল, চাল, কুঞ্জে কুঞ্জৰ গামিনী।"

কিন্তু কথা কেইটাহে মুখস্থ হ'ল, সুৰ পলাল, অনেক কৈ মেলি গাই গাই আৰু দুদিনৰ মূৰত যেতিয়া সোণাবিবিয়ে Examination Hall অত পৰীক্ষা দিবলৈ বহিল, তেতিয়া শুনি অবাক হলোঁ, যে মনস্বিনী ছাত্ৰী সোণাই গান ফাঁকিত আন সুৰ এটা বহুৱাই গাইছে। অৱশ্যে সেই সুৰ ছত্ৰিশটা ৰাগ-ৰাগিনীৰ বহিৰ্ভূত। মই ভাবিলোঁ, মোৰ ছাত্ৰীৰ কি প্ৰতিভা। নিশ্চয় তাই আৰু দুদিনতে সেই গান ফাঁকিৰ স্বৰলিপিও কৰি কোনো মাহেকীয়া কাকতলৈ পঠিয়াব। মই অনেক ভাবি-চিন্তি ক্ষান্ত দিলোঁ। ক্ষান্ত দিয়াৰ আৰু এটা মানে আছিল, যে যদি মোৰ এই প্ৰতিভাশালিনী ছাত্ৰীয়ে গানটোৰ সিফাঁকিও দৈবক্ৰমে শিকি পেলায়, তেন্তে অধ্যাপকৰ টেকেলি কাতি হৈ পৰিব।

এই খিনিতে মোৰ আন কেইটা ছাতৰৰ বিষয়েও অলপ কোৱা আৱশ্যক বিবেচনা কৰিছোঁ. নতুবা পাঠক পাঠিকাৰ কৌতুহল থাকি যাব। ভুচুঙাক "চাল" "চালৰ" চ টোকে শিকাব নোৱাৰি, লাহেকৈ তাৰ কাণত হাত দিছিলোঁ। সি দুখ পোৱা নাছিল, মোৰ আঙুলি দুটাই কাণ চুইছিল মাথোন। সি একেচাপেই উঠি কলে "ৰ মই আইক কৈ দিওঁগৈ। আয়ে তোক পিতিব।" (সত্য ঘটনা।) এই বুলিয়েই ক্লাছৰ "ডিছিপ্লিন" ভঙ্গ কৰি সি সঙ্ঘ পৰিত্যাগ কৰি গুচি গল। মই কিন্তু Strict disciplinarian, মই এৰিবৰ পাত্ৰ নহওঁ। মই তেতিয়াই ছাত্ৰৰ নামৰ ৰেজিষ্টাৰ কিতাপটো আনি ভুচুঙাক দুবছৰলৈ "ৰাষ্টিকেট' (rusticate) কৰিলোঁ। অৰ্থাৎ তাৰ নাম কাটি দি দুবছৰ আৰু মোৰ সঙ্গীত সঙ্ঘত ভৰ্ত্তি হব নোৱাৰিবৰ হুকুম জাৰি কৰিলোঁ। আৰু এটা শাস্তি তাৰ পিছে পিছে কুকুৰ ফুৰাদি ফুৰিবৰ দিহা কৰিলো, যে মোৰ পৰা সি "ট্ৰেন্সফৰ্ ছাৰ্টিফিকেট" নাপালে আন কোন সঙ্গীত বিদ্যালয়ত প্ৰবেশ কৰিব নোৱাৰিব। অৱশ্যে মই ছাৰ্টিফিকেট যে নিদিওঁ সেইটোও ধ্ৰুৱপ। মোৰ শাকনি বাৰীত হোৱা কেঁচা তিয়হ এটা জানদেৱীয়ে এদিন মোৰ অজ্ঞাতসাৰে খাই নৰীয়া পৰিল, আৰু ঘৰলৈ যাবলৈ ছুটি ললে। ময়ো দিবলৈ বাধ্য হলোঁ। জানদেৱী এতিয়াও ছুটিত। বোধকৰো তাইৰ এই ছুটি দীঘলীয়া দুৰ্গাপূজাৰ ছুটিৰে সৈতে লগলাগি অতি সুদীৰ্ঘ হৈ পৰিব। গতিকে সঙ্ঘৰ দ্বিতীয় শ্ৰেণীও বন্ধ।

গোৱাৰ কথানো কি ক'ম। লৰাটো ভাল; কিন্তু গানৰ কথাবোৰ তাৰ সমূলি মনত নাথাকে। "চাল, চাল" বুলিবলৈ

গলে হঠাৎ তাৰ মুখৰ পৰা ফুঁফাকি এফাকি মহৰমৰ লাঠিখেল, তৰোৱাল খেলৰ কথাহে ওলায়। Hopeless Case, কিন্তু ভৱিষ্যতত সি ভাল হব পাৰে।

এতেকে মোৰ সঙ্গীত সঙ্ঘৰ অৱস্থা সম্প্ৰতি এনেকুৱা। দুৰ্গাপূজা সমাগত প্ৰায়। সেইদেখি মোৰ সঙ্ঘৰ বন্ধটো আজিৰ পৰা দি পেলাওঁ বুলিকে ভাবিছোঁ। কিন্তু এটা ভয়ে মোক খাই মাৰে। সঙ্গীত সঙ্ঘ বন্ধ হলেই যদি বিৰহ বেদনা উপস্থিত হয়হি। সঙ্ঘৰ ভয়তে সি এইকেইদিন পলাই আছে। মই ভাবি একো পাৰ পোৱা নাই। হে হৰি মোক উপায় দিয়া। "ত্বয়া হৃষিকেশ হৃদিস্থিতেন যথানিযুক্তোঽস্মি তথা কৰোমি।"

——:০:——

## স্ত্ৰী-স্বাধীনতা (খ)

আমি প্ৰৱন্ধত জনৈক মহিলাই বক্তৃতা দি ফুৰাৰ বিষয়ে যৎকিঞ্চিত উল্লেখ কৰাত আমাৰ পৰিচিত আন এজনী মহিলাই ৰোষ পৰৱৰ্ত্তিনী হৈ আমালৈ এখন দীঘল চিঠি লিখিছে। সেইবোৰ এটাইবোৰ তুলি নিদি তাৰ সাৰ কাঢ়ি আমি তলত দিম। কিন্তু তাৰ আগেয়ে সোধো,— "ঠেস" দি কথা কোৱা মানে কি? এইটো বঙলা ভাষাৰ



idiom নে লেখিকাৰ মাতৃ-ভাষা অসমীয়া idiom? অসমীয়া তিৰোতাই কয় "ঠেলিয়া ঠেলিকৈ কথা কৈছে।" "ঠেস" দিয়া নোবোলে। বোলেঁ। আইবাই সকল! বক্তৃতা দিয়াহঁক। মন গলে বক্তৃতাৰ লগতে আমাৰ কাণ দুখনো মোহাৰি দিব পাৰা, বেয়া নাপাওঁ; সোৱাদহে লাগিবৰ সম্ভৱ; কিন্তু বক্তৃতাৰ লগে লগে অসমীয়া মাত পাহৰি বাবুৱনীৰ মাত মাতা কিয়? তোমালোকে ৰিহা মেখেলা এৰি শাৰী পিন্ধিছা, পিন্ধা, কাৰণ তোমালোকৰ ডাঙৰীয়াবাবু সকলে হেনো সেই বেশ-ভূষণত দেখিবলৈ ভালপায়; আৰু তোমালোকেও আৰ্চীৰ আগত ঠিয় দি তামোল খাই ওঠ ৰঙা কৰি লৈ নিজৰ মূৰ্ত্তিটিৰ সৌন্দৰ্য্য দেখি মিচিক্ মিচিক্ কৰে হাঁহি সুখ পোৱাহঁক। তোমালোকে সাতামপুৰুষীয়া অসমীয়া শিপিনীৰ কাম তাঁত-সূত এৰি উলৰ মোজা, গেঞ্জি ফ্ৰক গুঠিবলৈ শিকিছা, শিকা। তোমালোকে আমাৰ কোটি-কলীয়া ৰন্ধা-বঢ়া, পিঠাপনা ইত্যাদি পৰিত্যাগ কৰি বঙলা নভেল উপন্যাস হাতত লৈ হালুৱৈৰ দোকানৰ ৰসগোল্লা, সন্দেশ, কচুৰী মিহিদানা ইত্যাদিৰে তোমালোকৰ ডাঙৰীয়া বাবুসকলক জলপান দিবলৈ আৰু নিজেও খাবলৈ শিকিছা। শিকা, আমি ৰাম-বিষ্ণু একো নোবোলোঁ; কাৰণ তোমালোকে আজিকালি লেখিবলৈ পঢ়িবলৈ শিকিছা, আমি কিবা কলে কিজানি আমাৰ দেশৰ কাকতৰ সহায়ত তোমালোকে নিজেই

বা তোমালোকৰ অনুগত পুৰুষ লেখাৰুৱ দ্বাৰাই আমা ওপৰত ভীষণ বাম-টাঙোন জোকাবা। (দেহি! "সাহিত পত্ৰিকাৰ" সম্পাদক; তেওঁৰ নগুৰ্ণাগতি দেখি ভয়তে আমা পেটতে হাত ভুৰি লুকাইছে।) তোমালোকে যি মন যা কৰি থাকাহঁক। কিন্তু দুখিনী মাতৃৰ ভাষাটোক "ভুনিখিচুৰি কৰি আমাৰ কাঁহীত বাঢ়ি দিছা কিয়? নাপাহৰিবাহঁক, বয়সৰ লগে লগে আমাৰ পেটৰ অগনি কমি আহিছে অসমীয়া লুঠুৰি পিঠাহে আমাৰ পেটে সয়। তোমালোক যদি আমালৈ মৰম আছে, তেন্তে বহাগৰ বিহুত অসমীয় ষঁতৰত কটা অসমীয়া কপাহৰ সূতাত অসমীয়া আঁচুকৰা বোলোৱা আচুৰে নানা প্ৰকাৰ ফুল বাছি আমাক একো গামোছাকে দিবাহঁক, অসমীয়া তাঁতত বিদেশী সূতাৰে চিট পথৰাকৈ বৈ একোখন "তাৰেল" আমাৰ আগত নধৰিবা মে আইহঁত! যাওক, এইবোৰ কথা।

চিঠি লেখিকাই কৈছে—"আমি বক্তৃতা নিদিম কিয় বক্তৃতা দিয়াটো আমাৰ দখলৰ ভিতৰত।"

আমি কওঁ, ঠিক কথা। তোমালোকৰ গাতেহে বক্তৃত ভাৰ; মতাই বলেহে তোমালোকৰ হাতৰ পৰা সেই ভ খন কাঢ়ি আনি কান্ধত লৈছে। সৰহ কথালৈ যাবই নেলা মুখত আখৈ ফুটা সৰস্বতী আই তোমালোকৰ জাতৰ আমাৰ জাতৰ নহয়। ধনৰ মালিক লক্ষ্মীও তোমালো জতুৰা। এতেকে মুখৰ বাইক-বচন আৰু ধনৰ হাতনি গে



তোমালোকৰ জিম্মাতহে। আমি ধন ঘটি গোটাই আনি দি থাকিম, তোমালোকে পেৰাত সুমাই থাকিবা আৰু বাইক-বচন বঢ়াই হওক বা টুটাই হওক আমাক শুনাই থাকিবা; আমি একো নোৰোলোঁ; কাৰণ বুলিব নেপায়; লক্ষ্মী আৰু সৰস্বতী দুয়ো দেৱী। সঁচাকৈয়ে তোমালোকৰ ভিতৰৰ "এনা বেছাণ্ট" আৰু সৰোজনী নাইডুক বক্তৃতাত কোন পুৰুষে বলে পাৰিব? এতেকে হে লেখিকা আইদেউ! তুমি বৰবৰুৱাক মিছাতে ভুল বুজি খৰিয়াল কৰিবলৈ গৈছা। লেখিকাই কৈছে—

"পুৰুষক যেনেকৈ স্বৰাজ লাগে, আমাকো তেনেকৈ লাগে। আমাৰ স্বৰাজৰ ওপৰত তোমালোকে অন্যায় কৰি আজি অনেক কালৰ পৰা হস্তক্ষেপ কৰি আহিছা, আৰু হস্তক্ষেপ কৰিবলৈ নিদিওঁ, নোৱাৰা।"

আইদেউ, তোমাৰ এইষাৰ কথাতো বৰবৰুৱাৰ খৰিয়াল নাই। বৰবৰুৱাই তোমালোকক তেওঁৰ সমানে বহিবলৈ ৰঙা ঠঙা পাৰি দিছে, বহঁা। আন নালাগে, তোমালোকে যদি আঁকোৰগঁজালিকৈ ধৰা, তেনেহলে বৰবৰুৱা লৰাৰ মাক হব-লৈকো মান্তি আছে, অৱশ্যে যদি বিজ্ঞানৰ (Science) সহায়ত কিবা স্বৰূপে পোৱা যায়। বৈজ্ঞানিকসকলৰ ৯৯ জন স্বাৰ্থপৰ মতা; সেইদেখিহে সেই বিষয়টো আবিষ্কৃত হোৱা নাই বুলি বৰবৰুৱাই ভাবিছে। তোমালোকে "ছায়েঞ্চ" হাতত ললেই তাৰ এটা দিহা হব। কালত বিজ্ঞানে অসম্ভৱ সম্ভৱ

কৰিব বুলি বঙালী কবি ৰজনীসেনে ভবিষ্যৎ বাণী কৰি গৈছে যেনে বিজ্ঞানৰ বলত ৰসগোল্লাবোৰ ৰঙালাও একোটাৰ সমা হেনো হৈ হেন্দালিত ওলমিব, ঘৰৰ চালত বগা কোমোৰ পৰি থকাদি পানতুৱাবোৰ পৰি থাকিব ; পুখুৰীবোৰত পা নাথাকি এপুখুৰী হৈ ক্ষীৰ ওলাই থাকিব আৰু পদুমৰ ডাঙ্গ ডাঙ্গৰ পাতবোৰৰ দৰে তাত লুচিবোৰ ওপঙি মেলখাই থাকিব ইত্যাদি। কবিৰ বাণী অথলে নাযায় জানিবা। তোমালোকে ঠেঙা, পট্লুঙ্ পিন্ধি ফুটবল খেলিবা, বেৰিষ্টাৰ, উকীল, জজ মেজিষ্ট্ৰেট, হাকিম হৈ কছাৰি কৰিবা ( পশ্চিম দেশত এইবো আৰম্ভ হলেই ) আমি ঘৰত হৃষ্ট-চিত্তে লৰা ওমোলাম, লৰাৰ গাখীৰ খুৱাম, ইত্যাদি কাৰ্য্য কৰিম,—নিশ্চয় জানিবা ; এতেকে দেৱী, প্ৰসীদ। আমাৰ দাড়ি-গোফ দেখি যদি তোমালোক হিংসা হয়, সেই দুটি বস্তুকো ভগৱন্ত বস্তুৰে "ছায়েন্স"ৰ হতুৱাই লাহে লাহে তোমালোকক দিয়াব। স্থিৰা ভব।

আমি ভাত ৰান্ধিম, তোমালোকে খৰি ফালি আমাক দিবা যি দিনা পালাপাঙ্খা দুইফালে সমান ৰাখিবলৈ তোমালোকেও ভাত ৰান্ধিবলৈ যাবা, আমিও নিশ্চয় তোমালোকক খৰিফালি দিম। তোমালোকে দাড়ি খুৰাবৰ দিনা, আমি তোমালোকৰ খুৰত শান দিম আৰু তোমালোকেও আমি খুৰাবৰ দিনা খু শানি দিব লাগিব। কেতিয়াবা আমি দীঘলকৈ ডাড়ি-গোফ ৰাখিলে, তোমালোকেও জুখি লৈ সিমান দীঘলকৈয়ে সেই দুটা দ্ৰব্য ৰাখিব লাগিব। কিন্তু কৈ থৈছোঁ— কোনো



অতিথি-অভ্যাগতে যদি দুই ডড়ীয়া-দম্পতিক একে ঠাইতে সমানে সমানে মেৰচৰাত বহি থকা দেখি সোধে, "এই হালিৰ ভিতৰত বৰবৰুৱা কোন্টি ?" দুয়ো সমানে মাত লগাম। "মই" "মই"। "বৰবৰুৱানী কোন জনা ?" বুলি সুধিলেও, দুয়ো মাত লগাম "মই" বুলি।

এতেকে খং নকৰিবা, মোৰ আইটি ! মহোদৰ শৰ্ম্মা বৰবৰুৱা মহা উদাৰ।

---

# মিলন

উভতি আহিল।

কোন ?

তুমি অৰসিক। ইমানবোৰ প্ৰাণী দিনৌ যাব লাগিছে, উভতিব লাগিছে, তাত বৰবৰুৱাৰ কি হৰণ কি ভগন ? যাৰ অভাৱত বৰবৰুৱাৰ ঘৰ সংসাৰ ভেকুৰা লাগিছিল, যাক নেদেখি বৰবৰুৱাৰ মূৰত এৱাঁ চৰিছিল, আজি তেওঁ উভতি আহিল। ইমানতো নুবুজিলা যদি কওঁ—দেৱী শ্ৰীমতী

ৰববকৰানী। উভতি আহি তেওঁ ববকৰাক দেখিলে কেনে দেখিলে—বিৰহত চেপেটা লগা নহয়, পানী লগাত চকু উখহা আৰু কাহ কফত ওফোন্দা গলা। দেখি ঈষৎ হা কৰি সতী নিগদতি—

"এইটোৱেই নে বিৰহৰ লক্ষণ?"

মই "মেঘৰ গম্ভীৰ ধ্বনি দিলো সমিধান,"

প্রিয়ে, "নুহিকে বিৰহ ইটো, ৰহৰ লক্ষণ।"

"হে ববকৰানী! হে বৰাননী, তোমাৰ ওভতনি বাত বি-বিয়নি এই প্রদেশত প্রচাৰ হলতে—

"ভয় বিৰহ ভিৰি পলাল লৰবি।

হাঁহি হাঁহি ৰহে ঠাই ললেহি আগুৰি!!"

এতিয়া ববকৰা নামক ব্যক্তিটিৰ চকু,মুখ, বুকু অ পিঠিত ৰহৰ ৰহঘৰা। তেওঁৰ শৰীৰত এতিয়া ৰহৰ চা নাচ, জুমুৰা নাচ। মুঠতে ৰহ নটুৱাৰ নৃত্যৰ ইমান প্রকো হৈছে যে তেওঁৰ প্রচণ্ড হাঁহি আৰু প্রবল কাহেও সে উদ্দণ্ড নটুৱাক ভাৱনা ঘৰৰ পৰা উলিয়াই দিব পৰা নাই

ববকৰানীয়ে ব্যাপাৰটো "গুৰুচৰণ" (শ্রীবিষ্ণু-গুৰুতৰ দেখি ততালিকে জালুক পিপলি, এদা এই ত্রিকটুক মধুৰস পৰিপ্লাত কৰি দৰৱৰ জাঠি জোং প্রস্তুত কৰি লৈ, ৰা বিৰুদ্ধে প্রচণ্ড ৰণ-ঘোষনা কৰি দিলে। ৰহ প্রমত্ত হা বিশেষ হৈ উঠিল, আৰু সি শৰীৰৰ পকা ধাননি খন মহা



য়াবলৈ ধৰিলে। উল্লিখিত গজেন্দ্রই হস্তী, হস্তিনী জাকেৰে প্রচণ্ড বাও কাঢ়ি এফালে খেদা খাই আনফালে যায়; আৰু আনফালে খেদা খাই ইফাল পায়হি। ফলত পকা ধাননি খচকত জোল হল। মই বোলো, হে আয়ুষ্মতি! হে বৰাননে! এই ৰহতকৈ মোৰ পুৰণি চিনাকি বিৰহেই মোৰ পক্ষে আছিল ভাল। এতিয়া ৰহৰ ওপৰত ৰস পৰি মোৰ শৰীৰটো ক্ষীৰ সাগৰ হবৰ উপক্রম। এই প্রলয় পয়োধিজলৰ পৰা ববকৰাক উদ্ধাৰ কৰিবলৈ বিষ্ণুৱে পুনৰ্ব্বাৰ মৎস্যাৱতাৰ ধৰিবৰ আৱশ্যক হব দেখিছো। মোৰ কথা শুনি তেওঁ কিঞ্চিত চিন্তিত হৈ ক'লে—"এইটোনো কোন মুলুকৰ কাহ-কফ ঐ। ই দেখোন যাৰেই নোখোজে।" ই হিন্দুস্থানৰ আৰু ঘাইকৈ—হিন্দুৰ। ই আফ্‌গানিস্থানত নাই, তুৰ্কীস্থানত নাই, আনকি আমাৰ ৰংপুৰৰ ধোদৰ আলিৰ কাষত থকা সেই অহিন্দু ভদ্রলোক সকলৰ ভিতৰতো নাই।"

তেওঁ সুধিলে কি?

মই উত্তৰ দিলোঁ—হিন্দুৰ বাহিৰে আন ধৰ্ম্মাৱলম্বী সকলৰ এইদৰে পানী লগা নঘটে। তেওঁ লোকৰ যদি পানী লাগিল দুবাৰ এবাৰ সোঁত সোঁত্ কৰিলে, দুটা চাইটা হাঁচি মাৰিলে, "বৰজোৰ" কাণঢকা টুপি এটা পিন্ধি, দুটা চাইটা নহৰু-পনৰু খালে আৰু পানী লগা কাচুটি এৰি পলায়ুৰ্দ্ধং। তেওঁলোকৰ পানী লগা ৰোগীৰ পুৱা এই "হালচাল" আৰু গধূলি একেবাৰেই এথাল পোলাও কোৰ্ম্মা। Vacancy থাকিলে তদুপোপৰি এসেৰ

"গৰম জেলেপী," আৰু আমাৰ হিন্দুৰ পানী লাগিল যদি, শাওণ-মহীয়া লেল-পেল নেবানেপেৰা বৰষুণ, অথবা লেনী তিবোতাৰ লেলেটীয়া কান্দোন। বুজিলানে এতিয়া ?

শুনা পাৰ্ব্বতী (শ্ৰীবিষ্ণু !) শুনা বৰবৰুৱাণী ! মই মো অন্তৰৰ কথাটো ভাঙি পাতি কওঁ ঃ—

"তুমি মোৰ প্ৰাণ প্ৰিয়া জায়া—
তাতেহে কহিবে মোৰ দায়া ॥"

তুমি পানী লগাক মোৰ গাৰ পৰা এৰুৱাবলৈ ইমান পৰিশ্ৰম কৰি ইমানবোৰ দৰবজাতি খুৱাইছা, তথাপি কুকুংকাবাঙ্কে কৰা নাই; বৰং চেলাপটী জোক লগাদি মো গাত লাগিহে ধৰিছে। কিয় জানানে ? বোলো শুনি কেৰোন। সেইটো হৈছে হিন্দু ধৰ্ম্ম আৰু হিন্দুৰ প্ৰেত কৰ্ম্ম হিন্দুৰ আত্মা অমৰ আৰু পূৰ্ব্বজন্মৰ কৰ্ম্মফলত তাৰ পুনৰ্জ আছে। ভূতৰ ওপৰত দানহ মৃতকৰ জলপিণ্ড। কথাটো ম বহলাই কওঁ দেই। হিন্দুৰ পো-নাতিয়ে সিহঁতৰ উপৰি পুৰু সকলক জলাপণ্ড দিয়ে। অন্ততঃ তিনিপুৰুষলৈকে সিহঁত উপৰি পুৰুষে এই "হেঙ্গামৰ" হাত এৰোপধ্যে সাৰিব নোৱাৰে মৰো সেই পিণ্ডৰ খেৱালি জালত পৰিছোঁ। মোৰ বৰ্ত্তমা জন্মৰ আগৰ তিনি পুৰুষৰে পৰা সেই সেই জন্মৰ মো পো-নাতিবোৰে আজিলৈকে মোৰ গালৈ জলপিণ্ডৰ ছা মাৰিবই লাগিছে। এই জন্মৰ আগৰ জন্মত যিমখা ল ছোৱালীৰ বাপেক হৈছিলোঁ; সিহঁতেতো মোক এই পুহমহী



জাৰত চেঁচা পানীৰ পিণ্ড দিছেই, তাৰ আগৰ জন্মৰ মখাইও মোৰ তৃপিতি সাধিবলৈ মোক পিণ্ডৰ পুখুৰীত জুবুৰিয়াবলৈ ক্ৰটি কৰা নাই। এই কথা মই বিশেষ ভাৱে হৃদয়ঙ্গম কৰিব লাগিছোঁ। বোপাটিহঁতে নাজানে যে সিহঁতৰ চেনেহৰ চুমাই সিহঁতৰ আপুটিয়েকৰ নাকাটি ছিঙিছে। মই থিৰাংকৈ বুজিছোঁ, মই আগৰকেইটা জনমত পুহমাহতে স্বৰ্গী হৈছিলোঁ; আৰু সেইদেখি এই পুহমাহতে মোৰ পুত্ৰ-পৌত্ৰাদিবোৰে মোৰ পানী শৰাধ পাতি পিণ্ড দিছে আৰু পুৰোহিত বাপুকে প্ৰমুখ্য কৰি বামুণে মজা কৰি কোমল চাউল আৰু টেঙা দৈ-গাখীৰেৰে জলপান ভোজন কৰি সুখ পাইছে। তুমি নিশ্চয় মন কৰিছা যে বছৰি বছৰি মোৰ এই পুহ মাহতে পানী লাগে, আৰু সি ৱজলেপ হয়। ইয়াৰ কাৰণ, ঠায়ে ঠায়ে শৰাধৰ জাউৰি আৰু চেঁচা পানীৰ পিণ্ডৰ কুম্মাণ্ড ! এই বুঢ়া গাটো ব্ৰহ্মপুত্ৰৰ মাজৰ দুই মুনি শিলাৰ এক শিলা নহয়। সি সহে কেনেকৈ ? ফলত গাত বিষ আৰু পানী লাগি গাটো নেহ্-নেহ্, ঠেহ্-ঠেহ্। বেদৰ মন্ত্ৰ মাতি দিয়া পিণ্ডৰ পানী চলু অথলে কেতিয়াও নাযায়। ফলত ডাঙৰীয়া কৃপাৰৰ বৰবৰুৱাৰ গাত হৰ ল। বোলোঁ, আইটিহঁতৰ মাক, তুমি মোক বিধে বিধে দৰব-জাতি মাৰি খুৱালে কি হব ? সিফালে সেই জাকক মোৰ গাত চলুৱে চলুৱে চেঁচা পানী দিয়াৰ পৰা এৰুৱাব কোনে ?

এইবাবে মই তোমাক কৈছোঁ যে হিন্দুৰ বাহিৰে আন জাতৰ মানুহৰ এইবোৰ আহুকাল নাই। এতেকে মোৰ খাটাং

উপদেশ যে কেতিয়াও হিন্দু হৈ নুপজিবা। ওপোজা যদি বিয়া নকৰাবা। বিয়া কৰালেও লৰাৰ বাপেকি নহবা। লৰা বাপেকি হলেও জাৰকালি নমৰিবা। মই এই কথাৰ সত্ত্ব পাইছোঁ দেখিয়েই তোমাক বিশ্বাসতে কৈ থলোঁ। এইবাবেই তুমি দেখিছা, আগৰ জন্মবোৰত যি "অহাম্মকি" কৰিলোঁ কৰিলোঁ, এই জন্মত লৰাৰ বাপেক নহওঁ বুলি আজিলৈকে মই খুটি-পুতি ৰহি আছোঁ। বঙ্গলা ফকৰাৰ সুৰতে সুৰ দি ক যে বৰবৰুৱা টপা বুঢ়া পুনৰায় বেলগছৰ তললৈ নাযায় তোমাৰ দৰৱ জাতিবোৰে সম্প্ৰতি গুণ নিদিয়ে। দৰৱৰ পেৰা সেইবোৰ হুমাই থৈ দিয়াই কৰ্ত্তব্য। দেখি থাকিবা মাঘমাহ পৰিলেই, মোৰ পূৰ্ব্ব জন্মাৰ্জ্জিত শৰাধৰ জাউৰিৰ ওৰ পৰিব আৰু শ্ৰীযুত বৰবৰুৱা আকৌ আগৰ দৰে বাটলু গুটিটো যেন হৈ হাতত কাকতৰ টোপোলা লৈ ফ্ৰাউট্ ফ্ৰোউট্ কৰি ঘূৰি ফুৰিব। ইতি—

---

## স্ত্ৰী-স্বাধীনতা (গ)

শিকিলে।

প্ৰশ্ন ঃ—কি শিকিলে ? কোনে শিকিলে ? তিতি বুৰি নে নিতিতি নুবুৰি ?



উত্তৰ ঃ—বৰবৰুৱাই। তিতিবলৈকো নহল, বুৰিবলৈকো নহল ; "ফাক তালতে" অৰ্থাৎ মাজতে।

প্ৰশ্নঃ—ঘাই কথাটোকে দেখোন জনা নগল। কি শিকিলে ? একিল খাই এবুধি চাপিল নেকি ?

উত্তৰ ঃ— নহয়, নহয়, নহয়। বোকাৰাম ! ভেবাৰাম ! গোবৰ্দ্ধন চন্দ্ৰ ! বোলোঁ বৰবৰুৱাই বক্তৃতা দিবলৈ শিকিলে। যৎকিঞ্চিত যদিও। আৰু সিও আকৌ কুঁহিলাৰ সভাত।

প্ৰশ্ন ঃ—কুঁহিলাৰ সভাত কি ?

উত্তৰ ঃ—শ্ৰীবিষ্ণু ! ভুল হৈছিল। কুঁহিলাৰ নহয় ; মহিলাৰ সভাত হে। মহিলাৰ সভাত বুলিবলৈ গৈ—হঠাৎ মুখত কুঁহিলাৰ সভাত ওলাল। সেইদেখি কথাতে কয় বোলে "হাড় নাইকিয়া জিবা, মাতে কিবা কিবা।"

বাৰু ভুলটোতো সৈ কাঢ়িলোঁ ; কিন্তু তাৰ পিছত সাধো-চোন, মহিলাক নো কুঁহিলা বুলিলে খোপ লাগে ক'ত ? মোৰ মনেৰে মহিলা আৰু কুঁহিলা একে জাতৰে। কুঁহিলা, কোমল সোপোকা আৰু লঘু ; মহিলাও পুৰুষৰ মানত তেনেকুৱা নহয় জানো ? গোবৰ পেলোৱা খদাৰে এখদা মান ডাঙৰ কুঁহিলাৰ "হেট্টো" বৰবৰুৱাই পিন্ধি ফেটটো মেলি ৰ'দে বৰষুণে হৱিষ মনেৰে ঘূৰি ফুৰে। তাৰ ৰোজাটো বোজা বা ভাৰ বুলি তেওঁৰ মনত এধানমানো নেখেলায়েই। বৰবৰুৱাই আৰু তেওঁৰে নিচিনা হাজাৰ হাজাৰ লোকে বিবাহ কৰি স্ত্ৰীৰত্ন সকলক বিশেষ ৰূপে মস্তকত বা স্কন্ধত বহন কৰি

হাস্যমনেৰে জীৱন যাত্ৰা নিৰ্ভৰ কৰি ফুৰিছে, ছয়া-ময়া এবাৰো সেই বোজা যে এচিকটামানো গধূৰ সেইটো তেওঁলো গমকে ধৰিব নোৱাৰে, বৰং বোজাৰ মিছা ভয়ত বিয়া পিছ হোঁহোকা দুৰ্ভগীয়াক তেওঁলোকে পুতৌহে কৰি আছে তেনেহলে মহিলানো কুঁহিলা নহব কিয় ? আৰু এটা ক তুমি টং কৰিছানে নাই কৰ নোৱাৰেঁ, নাই কৰা যদি বো কৰিবৰ হ'ল,—যে সমুদ্ৰযাত্ৰী আৰু ব্ৰহ্মপুত্ৰাদি নৈ যাত্ৰ সকলোবোৰ জাহাজতে, হিন্দুস্থানী আৰু উৰীয়া তিৰোতা ডিঙিত পিন্ধা হাচুলিৰ নিচিনা কুঁহিলাৰ ডাঙৰ বিৰিয়া কেতবো থাকে,—দৈবাৎক্ৰমে জাহাজ বুৰিলে যাত্ৰীবোৰে তাৰে একোটা ডিঙিত সুমাই লৈ পানীত ওপঙি থাকিবলৈ।

বিবাহ কৰি বিশেষ ৰূপে তিৰোতাক বহন কৰিলে সেই তিৰোতা বোজা নহৈ বিৰিয়া হয়। সেইদেখি বিবাহিত মানুহে তেওঁলোকৰ জীৱন-তৰী এই সংসাৰ-সমুদ্ৰত হেলাৰঙে মেলি দিব পাৰে। তাকে নকৰি কোনো কোনো অসমীয়া কবিয়ে "মেলি দে নাও, নাৱৰীয়া কাই" বুলি কবিতা লিখি জীৱন টুলুঙা নাওখনি মেলি দিবলৈ ওলায়। এইটো কিমান বিপদ শঙ্কুল তেওঁলোকে নাজানে। যি হওক, বিয়ালৈ ভয় কৰি পিছ ভৰি কৈ থাকোতাসকলে বৰবৰুৱাৰ লাখ টকাৰ ভিতৰ এইকথা একাষাৰ মনত ৰাখি চলিলে তেওঁ কৃতাৰ্থ হব "পৰোপকাৰায় সতাং হি জীৱনম।" বৰবৰুৱাৰো জীৱনৰ ব্ৰত সেইটোৱেই। ঈশ্বৰ সম্পৰ্কে ৰচিত ভাল বঙলা সঙ্গীত এটা



সিদিনা wag অৰ্থাৎ টটাটিঙা এটাই parody অৰ্থাৎ ব্যঙ্গ কৰি গাইছিল। আচল গীতটো—

"তাৰ, তাৰ হৰি দীন জনে।"

ব্যঙ্গ কৰোঁতাই গাইছিল—

"তাৰ তাৰ তিৰী পতিজনে।"

ধৰ্ম্ম-সঙ্গীতৰ এনে বিকৃতি কৰাটো বেয়া কথা। কৰোঁতা জনৰ ওপৰত মই খঙো কৰিছিলোঁ। কিন্তু ভাবি চালে দেখা যায় যে—

"After all the wag is right" অৰ্থাৎ সেই টটাটিঙাৰ কথাতো সত্য আছে।

যাওক মহিলা সভাত বক্তৃতা কৰিবলৈ যাওঁতে বক্তৃতাৰ বিষয়ত এই পানী পেতা বৰবৰুৱাই পানী পোতাত পৰিহে এইবোৰ কথা কলে। গতিকে তেওঁ ক্ষমাৰ ভিকহু।

মহিলা সভা যযাতি ৰজাৰ দিনতো হৈছিল, আনকি মনিৰাম দেৱানৰ ফাঁচীৰ দিনতো তাৰ অধিবেশন নহৈ নাথাকিছিল, আৰু আজি গান্ধী মহাৰজাৰ দিনতো হৈছে। সেইদেখি সি নতুন কথা একো নহয়। কিন্তু সেই এদিন আৰু আজি এদিন। পুৰণি কালৰে পৰা পানীৰ ধাৰ নিচিগাৰ দৰে সভাবোৰ ঠিক বহি আহিছে। কিন্তু সম্প্ৰতি তাৰ পৰ্কিতিহে লৰিছে। আগৰ দিনত মহিলা সভাত আলোচ্য বিষয় পতি পৰম গুৰুৰ বিষয়ে; আজিৰ মহিলা সভাত আলোচ্য বিষয় পতি পৰম লঘুৰ বিষয়ে। পুৰাকালত সেই সেই সভাত

আলচ কৰা হৈছিল চুবুৰীয়া চুবুৰীয়ানীৰ স্বভাৱ-চৰিত্ৰৰ বিষয়ে ভাত, শাক, আঞ্জা, টেঙা দিয়া, খৰিকাত দিয়া আৰু চৰ্চ্চৰিয়াৰ বিষয়ে। মহিলাক আজি লাগে স্বৰাজ, তাৰ মানে "ডমিনিয়ন ষ্টেট্‌ছ্" নহয়, একেবাৰেই পূৰ্ণ-স্বাধীনতা বা "ইণ্ডিপেণ্ডেন্স" অৱশ্যে মহিলাৰ এই পূৰ্ণ-স্বাধীনতাৰ বুকুৰ ভিতৰত পতি নামৰ পৰম লঘু জীৱটিৰ অধীনতা যে লুকায়িত নাই এনে নহয়। জনচেৰেক মহিলাই পতিক খৰি কাটিবলৈ হুকুম জাৰি কৰিলেই দেখি সুখী হম। বৰবৰুৱাই কিন্তু, সুন্দৰী সকলৰ হুকুম জাৰি হোৱাৰ আগৰে পৰা সম্বলপুৰৰ হাবিত খৰি ফালিয়েই আছে; আৰু তেওঁৰ হাতত পানী জোলা নুফুটালৈকে তেওঁ ফালিয়েই থাকিব বুলি সংকল্প কৰি বহি আছে; সেইদেখি তেওঁ নডৰে।

সিদিনা বৰবৰুৱাই এক মহিলা সভালৈ নিমন্ত্ৰণ পাইছিল। পাই তেওঁৰ আনন্দ হল। তেওঁ ভাবিছিল, মহিলাৰ মধু-মিশ্ৰিত সুমিষ্ট কণ্ঠৰ কাকলি শুনি তেওঁৰ কৰ্ণ কৃতাৰ্থ হব। তেওঁ সভালৈ গ'ল। কিন্তু বিপদো তেওঁৰ পিচে পিচে গ'ল। তেওঁ সভাত ওলালতে মহিলাসকলৰ চম্পাৰ কলি যেন আঙুলি-সন্নিবিষ্ট ললিত বলিত হাতৰ দুই তলুৱাৰে বেগাবেগিকৈ মৰাৰ পৰা ওলোৱা শবদৰ সুমধুৰ চাপৰিয়ে তেওঁক স্বাগত কৰিলে। আদৰণি পাই তেওঁৰ মনটি ফুলি গোলাপ ফুল পাহ যেন হল। কিন্তু কবলৈ দুখ লাগে যে ক্ষন্তেকৰ পিছতে ফুলা গোলাপপাহ জঁয় পৰি গল। তেওঁ তেওঁৰ



নিৰ্দ্দিষ্ট আসন গ্ৰহণ কৰিলতে এটি দিব্য ষোড়শীয়ে প্ৰস্তাৱ কৰিলে, "আজিৰ সভাত পূজ্যপাদ ডাঙৰীয়া কৃপাবৰ বৰ-বৰুৱাই সভাপতিৰ আসন গ্ৰহণ কৰিলে আমি সকলো সুখী হমহঁক।"

কি বিপদ! ক'ত মহিলা সকলে সুমধুৰ বক্তৃতা কৰি মোৰ কাণৰ বিন্ধা দুটাত "গোলাপজলৰ" চেৰেকা পানী মাৰিব, নে তেওঁলোকেহে বৰবৰুৱাৰ ভগা ঢোল যেন ডিঙিৰ পৰা বাৰে ভচহু কথা শুনিব খুজিছে। এইটো অদৃষ্টৰ পৰিহাস নে বিধাতাৰ বিৰম্বনা? এনে হব বুলি জনা হেঁতেন, কোন মূৰ্খ এই সভালৈ আহিলহেঁতেন। "বিপদি ধৈৰ্য্যং" ভাবি ধৈৰ্য্য উঠি মহিলাসকলক কোৱা গ'ল,—

"আই, বাই-ভনী সম্বন্ধীয়া মহিলা সকল! মোক ক্ষমা কৰিব। মই আপোনালোকৰ বক্তৃতা শুনিবলৈহে আহিছোঁ, নিজে একো কবলৈ অহা নাই। বিশেষতঃ মই বক্তৃতা কৰিবলৈকো নেজানো। পুৰুষৰ সভাতে মোৰ মুখত কথা নোলায়; মহিলা সভাৰ কথাতো দূৰৰে কথা; মোৰ তিৰী কঁপে জ্বৰ উঠিব। সেই আধি-ভৌতিক জ্বৰৰ ফল কি হয় কোনে জানে? ব্ৰহ্মবধ পাতকলৈ নিশ্চয় মাননীয়া মহিলা সকলৰ ভয় আছে বুলি ধৰি লৈছোঁ। মোৰ কথা শুনি পূৰ্ব্বোক্ত ষোড়শীয়ে পুনৰ্ব্বাৰ উঠি কলে—"ৰবৰুৱা ডাঙৰীয়া! আপোনাৰ ব্ৰহ্মবধ খন বাজে কথা। আমি নেৰো; আপুনি বক্তৃতা

কৰিবই লাগিব। আৰু অকল বৰ্ক্তৃতাই নহয়, আমাৰ সভাৰ সভাপতিও হব লাগিব।”

মই সবিনয় নিবেদন পূৰ্ব্বক কলোঁ, “ভদ্ৰ মহিলা সকল! আপোনালোকৰ অনুৰোধ মই ৰক্ষা কৰিব নোৱাৰিম। বক্তৃতাত মোৰ অৰুচি। যদি আপোনালোকে নেৰে, সাধাৰণ দৰ্শক স্বৰূপেই মই দুষাৰ এষাৰ কবলৈ চেষ্টা কৰিম। মোৰ বক্তৃতা দিয়া অভ্যাস নাই। কবলৈ গলে খোকোজা লাগে। এতেকে মোক এৰক। মোৰ কথা শুনি এওঁলোকৰ দয়া হোৱা দূৰত থাকক, ষোড়শী, সপ্তদশী, পঞ্চবিংশতী, দ্বাত্ৰিংশতী সকলোবোৰে মোক জুমুৰি দি ধৰিলে। অনেক কথা কটা-কটিৰ পিছত ঠিক হল যে বৰবৰুৱা সভাপতি নহয় নহওক; তথাপি তেখেতে অজি আমাৰ সভাত আমাক অলপ অচৰপ কিবাকিবি উপদেশ দিবই লাগিব। মই নিৰুপায় হৈ মূৰ দোঁৱাই তথাস্ত বুলি কবলৈ উঠিলো। বক্তৃতা—

ভালৰ ঘৰৰ আই-বাই, বোৱাৰী-জীয়াৰী পদপী পোৱা মহিলা গোপিনী সকল! মই আজি কালি আপোনাসকলৰ বা পুৰুষসকলৰ স্বৰাজ আৰু স্বাধীনতাৰ তত্ত্ব একো নুবুজো। বোধকৰোঁ মোৰ বুধিটো সৰুতে জোঙা আছিল যদিও বয়সৰ লগে লগে ভোটা হল। মাটি খানোতে খানোতে নাইবা চোতাল চোবোকোতে চোবোকোতে কোৰ বুটি হয়। আপোনা-সকলক স্বৰাজ লাগে, স্বাধীনতা লাগে, কাণত কেৰু লাগে, ডিঙিত কোটমনি গেজেৰা লাগে, হাতত বাখৰ-পটোৱা



সোণৰ খাৰু লাগে, ইত্যাদি যি যি লাগে, আপোনাসকলক যি দিব পাৰে তাৰ পৰা খুজি বা দাবি কৰি, নাইবা লেন ধৰি লৈ থাওক, তাত মোৰ আপত্তি নাই বৰং অৱলা আপোনাসকল যদি সবলা প্ৰবলা হৈছে, তেন্তে তুমুল ৰণ দিও লব পাৰে, মোৰ তাতো আপত্তি নাই। কাৰণ মই নিৰাপদ। বক্তাৰ বুঢ়ী দুৰ্ব্বল; সেইদেখি সেইফালৰ চোঙৰ পৰা বৰবৰুৱা নিৰ্ভয়। কিন্তু এটি কথা আজি মই আপোনা-সকলক কম। ঠাট্টা-তামাচাকৈ নহয়। মোৰ দুৰ্ভাগ্য যে মই কোনো কথা কলে কোনেও Seriously অৰ্থাৎ সঁচাকৈ কৈছে বুলি নলয়। সিও মোৰ কৰ্ম্মফলত ঘটিছে নিশ্চয়, কাৰণ বৰবৰুৱা হাঁহিৱাম,টুপিৰাম বুলি তেওঁৰ গাত লাগি থকা প্ৰচলিত বদনাম সদায়।

আপোনাসকলক পুৰুষে সহধৰ্ম্মিনী আৰু অৰ্দ্ধাঙ্গিনী কৰি লৈছে; ভাল কথা! দুইপক্ষৰ পৰা হিচাব কৰিলেও তাৰ যোগ-বিয়োগৰ ফল ভাল ওলায়। বিবাহিত জীৱন-যাত্ৰাৰ নিমিত্তে বন্দবস্তটোও উত্তম। অৱশ্যে এই অংশীদাৰী কাৰ্য্যত partnership) হিন্দুৱে ধৰ্ম্মৰ পকা তেল মাৰি তাক পকা পকি কৰি লৈছে, লওক, কাৰণ হিন্দু টেঙৰ, তেওঁ কেচা কাম নকৰে। কিন্তু বুদ্ধিটো অতিৰ ফালে গলে মৰহি যায়, তাত সোৱাদ নেথাকে। হিন্দু ঘৈণীয়েকৰ গিৰিয়েক মৰিলে ঘৈণীয়েক এই পৃথিবীত এটি শূন্যত পৰিণত হব লগাত পৰে; গিৰিয়েকৰ

লগতে তেওঁৰ সুখ-সন্তোষ ভোগ-ভোজন, খাৱন-পিন্ধন যায়। এই ব্যৱস্থা হিন্দু-শাস্ত্ৰই কৰিছে আৰু আপোনলোকে তাকে সাৱোগত কৰি লৈ আকোৰ গোজালি কৈ খামে মাৰি ধৰি আছে। মই কওঁ, এইটো কিন্তু বুদ্ধিমতী তি তাৰ কাম হোৱা নাই। ধৰ্ম্ম আৰু Common Se অৰ্থাৎ সহজ বুদ্ধি এই দুটাৰ ভিতৰত কটা-ছিঙাৰ অৱস্থা নহ ধৰ্ম্মই সহজ বুদ্ধি বা কাণ্ডজ্ঞান, আৰু কাণ্ডজ্ঞানেই ধ ধৰ্ম্মৰ যিটো বিধানত সহজবুদ্ধি আৰু সুযুক্তি নাই, প্ৰকৃত সি ধৰ্ম্ম নহয়, অধৰ্ম্ম; যদিও সি ধৰ্ম্মৰ মুখা পিন্ধি সমা ভাও দি ফুৰে। জীয়াই থাকোতে গিৰিয়েক ঘৈণীয়েক দু মনোচিতে একেটা হওক, তাত বৰবৰুৱাই আসোঁৱাহ নেদে সি ভাল কথাহে। কিন্তু এটাৰ অবিহনে আনটোৰ অ বিলোপ হোৱাটো মগৰ মুলকৰ হে কথা হব পাৰে, সনা ধৰ্ম্মৰ নহয়। যদি বিলোপ হলহেঁতেন তেন্তে দুইবো একে শৰীৰ পৰিলহেঁতেন। কিন্তু নপৰে। Partner অৰ্থাৎ অং দাৰ বদলাই আকৌ বিয়া কৰাই ঘৰ-সংসাৰ কৰি সুখ-সন্তো কৰা প্ৰচলিত কাৰ্য্যই ওপৰৰ কথাৰ অসত্যতা প্ৰমাণ কৰিছে মই কওঁ, গিৰিয়েকটো যিমান দিন এই পৃথিৱীত আছি জীৱন-যাত্ৰা ব্যৱসায়ত তেওঁৰ তিৰোতা Partner অৰ তেওঁ ন্যায্য পাওনা, অৰ্থাৎ লাভ-লোকচানৰ অংশ লৈছি আৰু লওক তাত কাৰো আসোঁৱাহ ধৰিবলৈ নাই, বৰং ত নাপালে আদালত কৰাৱহে ব্যৱস্থা। কাৰণ তেনে হোৱা



অযুক্তি, অধৰ্ম্ম আৰু অন্যায়। কিন্তু দৈবক্ৰমে যেতিয়া Partnership অৰ্থাৎ অংশীদাৰী ব্যৱসায়ৰ ওৰ পৰিল, তেতিয়াও অনুপস্থিত অংশীদাৰে বা স্বৰ্গীয় শূন্যই পাৰ্থিৱ ইজনৰ পৰা লাভৰ ভাগ দাবী কৰা কথা উঠিলেই তাৰ লগতে বৰবৰুৱাৰ হাঁহিটোৰেও মূৰ দাঙি উঠে। মানুহৰ স্বভাৱেই হৈছে যে মৰমৰ বস্তু এটা, কোনেও লোকৰ হাতত এৰি থৈ যাবৰ ইচ্ছা নকৰে। ইংৰাজে ভাৰতীয় জীৱনযাত্ৰা শেষ কৰি বিলাতলৈ যাবৰ সময়ত তেওঁলোকৰ মৰমৰ ঘোঁৰাটো বা কুকুৰটোক লোকৰ হাতত পৰিবলৈ নিদি গুলিয়াই মাৰি থৈ গুছি যায়। ইয়ো তেনেবিধৰ কথা। যদি এনেটোৱেই হিন্দু ধৰ্ম্মৰ ব্যৱস্থা, তেন্তে ঘৈণীয়েক মৰিলেও গিৰিয়েক বৰলাই ন-কৈ ছোৱালী আনিব নোৱাৰাটো হলেহে এনে ব্যৱস্থাৰ সামঞ্জস্য থাকে। আজি কত কালৰে পৰা হিন্দুশাস্ত্ৰ, সমাজ আৰু ৰীতিয়ে এই ব্যৱস্থা মতে আপোনালোকক চলাইছে, আৰু আপোনালোকেও তেনেকৈ চলি চলি, সেই ব্যৱস্থাত যে কিবা খুঁত আছে, সেইটোলৈ চকু নিদিয়া হৈছে। মহাত্মা গান্ধীয়ে কৰৰ নিচিনা ইয়ো এবিধ Slave-mentality অৰ্থাৎ দাসাত্মনোভাৱ। ভাবি চালে দেখিব, ব্যৱস্থাটো কেনে পৰস্পৰ বিৰোধী। হিন্দুৱে নিজৰ কৰ্ম্মফল মানে। মানুহ মৰিলে স্বকৰ্ম্ম-ফলত যাব যেনে হব লাগে আৰু যি যত জনম লব লাগে লয়। গিৰিয়েক ঘৈণীয়েক দুটা সুকীয়া জীৱ, দুইবো সুকীয়া কৰ্ম্মফল আছে। সেই ফল অনুসৰি

মৰাৰ পিছত এই পৃথিৱীৰ গিৰিয়েক ঘৈণীয়েক সিপুৰীত লগ নালাগিবও পাৰে, আৰু দুইৰো পৃথক্ পৃথক্ ঠাইত পৃথক জনমো হব পাৰে। ইয়াৰ উপৰিও হিন্দু শাস্ত্ৰৰ যে এইজন্মত যি পুৰুষ অহা জন্মত সি নিজৰ কৰ্ম্ম কেতিয়াবা পুৰুষ জন্ম নাপাই তিৰুতাও হব পাৰে। তে অৱস্থাটো কেনে বিসদৃশ এবাৰ ভাবি চাবলৈ কওঁ। হিন্দু শা কয়, মনুষ্য জনম পাই ঈশ্বৰক নভজিলে মৰি তৃণ আৰু শি হব লাগে।

'মনুষ্য জনম পাই হৰিক নভজিলা।
অৱশ্যে হৈবাহা ভাই তৃণ-তৰু শিলা॥"

তেন্তে এইবোৰ Fuss অৰ্থাৎ গণ্ডগোল কিহৰ বাবে ইত্যাদি কাৰণত বৰবৰুৱাই কয় "হে মহিলা বৃন্দ! আপো সকলে যদি সঁচাকৈয়ে স্বাধীনতা বিচাৰিছে, তেন্তে এই পঁচা ঘুণীয়া কেৰিমেৰিৰ পাকৰ পৰা ওলাওক। বিধবাই নাভা যে স্বামীৰ অবিহনে তেওঁৰ জীৱন বৃথা। তেওঁ স্বকীয়া ম নিশ্চয় যেতিয়া নিজৰ মনুষ্যত্বৰ ওপৰত ভৰ দি থিয় হও তেওঁৰ মন যায়—মৰা স্বামীলৈ বেজাৰ কৰক, তাত হানি না কিন্তু, সেইজন Partner বা অংশীদাৰ গ'ল বুলিয়েই যেন হাত সাৰটি বহি থাকি লোকৰ কৃপাৰ পাত্ৰ হৈ নাথা সকলো মানুহৰ স্বকীয়া প্ৰাণ, স্বকীয়া আশা-ভৰসা, ঈ অনুভূতি আছে। গতজন অংশীদাৰৰ অভাৱত তেওঁ জীৱন যাত্ৰাৰ ব্যৱসায়ৰ নাও নুবুৰায়। বিধবাই অৱ



স্বাধীন ভাবে খুটি খাবলৈ সমৰ্থ হোৱা উচিত, আৰু আপোনালোকৰ সভাই মহিলা সকলক প্ৰাণপণে সেই শিক্ষাহে দিয়া উচিত। বিধবাৰ পুনৰ্ব্বাৰ বিয়া কৰোৱা—নকৰোৱাটো তেওঁৰ ইচ্ছাধীন কাৰ্য্য হওক। এই মহা সত্যটো আপোনাসকলে উপদেশ আৰু আৰ্হিৰে সকলো মহিলাকে শিক্ষা দিয়ক, দেখিব তেতিয়া আপোনা সকলে স্বৰাজ বা স্বাধীনতা লাভ কৰিলে, আৰু গোটেই মনুষ্য সমাজক আদ্‌খিনি স্বৰাজ আৰ্জ্জি দিলে। বেদে যি কৈছে কওক, স্মৃতিয়ে যি কৈছে কওক, কাল অনন্ত আৰু অসীম। বেদৰ কালত বেদে ভালকে কৈছিল; আৰু স্মৃতিৰ কালত সেই কলীয়া মানুহৰ উপযোগী কৰি স্মৃতিয়ে যি কৈছিল, নিশ্চয় ভালকে কৈছিল। কিন্তু, অনন্ত কালৰ উপযোগী বুলি সেইবোৰ কথা যদি কোনোৱে ভাবিছে, তেন্তে তেওঁ অজলা আৰু ভোদা। ঈশ্বৰ অনন্ত, অসীম। কাল-ভেদে ব্যৱস্থা নিশ্চয় পৰিবৰ্ত্তনীয়। আন নেলাগে বেদৰ পক্ষেও ঈশ্বৰ অজ্ঞেয়। যদি বেদে ঈশ্বৰক সম্পূৰ্ণভাবে জানিলেই তেন্তে ঈশ্বৰৰ ঈশ্বৰত্ব নেথাকে। শ্ৰীমদ্ভাগৱতত বৰ্ণণা কৰা বেদস্তুতিত এই কথা অসঙ্কোচে স্বীকাৰ কৰিছে।

"ব্ৰহ্মায়ো নাপায় অন্ত তোমাক নাজানে বেদে।" (কীৰ্ত্তন)

বেদত মাটি-কাঁচুৰি, পথৰুৱা বিহলঙনি, মানিমুনিৰ নাম নাই, সেইবুলি নবীয়া মানুহে মাটিকাচুৰিৰ জোলেৰে এমুঠি ভালকৈ সিজা জহা চাউলৰ ভাতো নাখাব নেকি? স্মৃতিত পকা লেংৰা আমৰ কথা নাই, ফুলকবি, বন্ধাকবি, ছালগোম, গাঁজৰৰ

উল্লেখ নাই, সেইবুলি আইহঁতৰ কোন জনাই লেংৰা আ
এটি পালে, তাৰ এচকল নেখাই থাকিব, বা কবি-ছালগোম
ভালকৈ বন্ধা আঞ্জা খনেৰে এমুঠি ভাত নাখাব ?

এইদেখি কওঁ যে এই মহিলা সভাই মহিলা সকল
যেন সকলো বিষয়তে মানুহ কৰিবলৈ প্ৰাণপণে যত্ন কৰে
আপোনাসকলে পুৰুষৰ ওপৰত নিৰ্ভৰ কৰি নিজ নিজ জীৱি
কাৰ বাট নিজে মোকোলাই লওক। আপোনাসকল অবল
নহয়, নহয়, নহয়। ভাবি লওক প্ৰবলা। ভাবোঁতে ভাবোঁতেই
আৰু ভাবৰ মতে কাম কৰি যাওঁতেই আপোনাসকল মহ
প্ৰবলা হব। তেতিয়া দেখিব পুৰুষৰ প্ৰতিবন্ধকতা কেনিৰ
উটি যাব, আৰু আপোনাসকলৰ মাউখীয়া কামৰ বল দেখি
পুৰুষে বাটত আগা-দেৱা কৰিবলৈ এৰি আঁতৰি যাব। "মাউৰে
উটিলে গুৰি পৰুৱাবো মৰণ নাই" বুঢ়া লোকৰ কথা। আজিলৈ
ইয়াকে কলোঁ।

——:o:——




# বৰ সবাহনে সভা ?

কবীন্দ্ৰ ৰবীন্দ্ৰ নাথে গাইছিল,—

"শুধু যাওয়া আসা শুধু স্ৰোতে ভাসা,
শুধু আলো আধাৰে কাদা হাসা।
অশেষ বাসনা লয়ে ভাঙ্গা বল,
প্ৰাণপণ কাজে পাই ভাঙ্গা ফল।
ভাঙ্গা তৰী ধৰে ভাসি পাৰাবাৰে
ভাব কেঁদে মৰে ভাঙ্গা ভাষায়,"

আমাৰ ৰজা ঘৰৰ পৰা পতা বৰ মেলবোৰৰ সম্বন্ধীয় কথাত এই গীত লগাই দিলে মিলি নাযাবৰ কোনো কাৰণ নাই। আমাৰ মেলকী সকল তালৈ উচ্পিছ্ কৰি যায় আৰু উচাৎ মাৰি ওলাই আহে। কোনো তাৰ সোঁতত উটি যায়, কোনোৱে উখনা উখনি কৰি উজাবলৈ কাৰবাৰ কৰে। কোনোৱে পোহৰৰ ছুটা এটা জিলিঙনি দেখি তৎ পাবলৈ সেইফালে হালেজালে; কোনোৱে ঘোপমৰা এন্ধাৰ দেখি উশাহ লব নোৱাৰি উক্মুকায়। কোনো মেলুৱৈয়ে হেন্ কৰিম তেন্ কৰিম বুলি অশেষ বাসনাৰ বোজা বান্ধি তালৈ যাওঁতে তেওঁৰ বল ভাগে; কোনোৱে তেওঁৰ বিদ্যা বুদ্ধিৰ 'এটিং আছে এটিং নাই" ৰেহ ৰূপৰ চুচীয়া নাও খনত উঠি সেই অঠাই সমুদ্ৰত পাৰি দিবলৈ

ওলায়; আৰু কোনোৱে তাকে কৰিবলৈ নাপাই পাৰে
বহি কান্দে। এই খনেই আমাৰ দেশৰ বৰ সবাহ আৰু
খৃষ্টীয় কুৰি শতিকাৰ ভেকো ভাৱনা।

বৰবৰুৱা কৃপাবৰৰ কিন্তু এই ভেকো ভাৱনা দেখি আনন
চৰিছে। তেওঁ ওপজাৰ ছদিনৰ দিনা বিধাতা পুৰুষে, তেওঁ
থকা সূতিকা ঘৰৰ দুৱাৰদলি ডেই, পাৰি থোৱা বৰ পিৰা
বহি, ওচৰতে যতনাই থোৱা কাপ-মহী লৈ, তেওঁৰ কপাল
লেখিলে যে বৰবৰুৱা কৃপাবৰে এনে জাতৰ ৰং-ধেমালি সদা
চাই থাকিবলৈ পাব। কপালৰ লিখন কোনেও মচি
নোৱাৰে; সি ঘটিবই।

একো একোবাৰ সঁচাকৈয়ে বৰবৰুৱাই ভাবিছে যে তেওঁ
উল্লেখিত বৰ ভাৱনাৰ বৰ সবাহত এবাৰ আদ্‌বাৰ নল-নীল
অঙ্গদ সুগ্ৰীবৰ ভাও দি বাইজক কৃতাৰ্থ কৰি নাহে কেলৈ
অগুণকাৰী কৃতাৰ্থ হয় যদি হওক, নহয় যদিও, অন্তত
তেওঁ ভাও দি দি বালিবে সৈতে দিনদেকলৈ দৰৱা দৰ
কৰি থাকিলে লোকৰ আন একো উপকাৰ নহয় যদিও
তেওঁ স্বয়ং ভোজন কৰা উখুৱা চাউলৰ ভাতগাল জী
যাবতো। সেইটো গাৰ ফালে ভাল নহয় জানো? শিৰৰ
ভিতৰত ঘনাই তেজৰ চলাচল হলে তেওঁৰ গাত উপচি পৰ
তেল আৰু ওপৰঞ্চি মঙহৰ জোখ কিছু কমি তেওঁ আকৌ
কঁহকঁহীয়া ডেকাটো হৈ আন ঠাইত নহলেও "কুঁহিলাৰ সভাত"
দেখনিয়াৰটো হৈ পৰিবও পাবেতো? তুমি কি বোলা? বৰ



জুতি লাগিল বোপাই. বৰ জুতি লাগিল। বৰবৰুৱা ডাঙৰীয়া
জোটাশলীয়াকৈ বৰসবাহ খনত সোমাই থাকিব; আৰু
ঈশ্বৰক চিন্তি তাত কথাৰ চেলেঙী নাওত উঠি চেলচেলি খাই
সবাহৰ বাহিৰে ভিতৰে চেলবেলাই ফুৰিব। তেওঁক কোনে
কি কৰিব পাৰে? সিফালে স্বয়ং তেওঁৰ দৰেই তেওঁৰ ধনৰ
থুনু-পাকত ধন সোমাই থাকিব ওলাই থাকিব, আৰু তেতিয়া
তেওঁক কোনে "হো চেলা" বোলে চাম। অঃ ৰাইজ! ৰাইজ!
থাকক চেলোৱা লাগি ৰাইজ। যদি ৰাইজে এতিয়াও বুজিব
পৰা নাই, তেন্তে ৰাইজক বৰবৰুৱাই তেওঁৰ সোণৰ ৰূপৰ মুখেৰেই
কৈ দিছে যে তোমালোকৰ আশা ভৰসাৰ কৰা চেলো।

ৰাইজে ভাবি এটা কথা শিকিছে—কংগ্ৰেছ! কংগ্ৰেছ!
কংগ্ৰেছৰ হুকুম। সিহঁতক কবৰ সময় হল, যে কংগ্ৰেছৰ
হুকুম ফচহু আৰু বাহী। টেঙা দি ভালকৈ ৰন্ধা মলমলাই
থকা বৌ-মাছৰ আঞ্জা খনো এদিন এৰাতি থাকিলে বাহী
হয় আৰু বাহী হলেই অখাদ্য হয়। কংগ্ৰেছৰ বয়স ঢুকুৰিৰ
ওচৰ হল। দাঁত লৰিল, নাইবা সৰিল। ওচৰলৈ গলে মুখৰ
কেটেপা গোন্ধ পোৱা যায়। এনে কংগ্ৰেছৰ আকৌ হুকুম।
শাস্ত্ৰত "পঞ্চাশোৰ্দ্ধং বনং ব্ৰজেৎ" বুলি যেতিয়া কৈছিল,—তেতিয়া
গড় হিছাবত মানুহৰ বয়স এক'শ বছৰ আছিল। আজিকালি
গড় হিছাবত মানুহৰ আয়ুস কিমান কমিল চোৱাচোন। কংগ্ৰেছে
আৰু দহ বছৰ আগতে বানপ্ৰস্থ আশ্ৰম গ্ৰহণ কৰা উচিত
আছিল। তাকে নকৰি এতিয়াও কংগ্ৰেছে ডেকাৰ ওপৰত

হুকুম জাৰি কৰিবলৈ যোৱা দেখিহে হাঁহি উঠে। কৰিলে, ডেকাই মানিবই বা কিয় ? দায় সেই আকোৰ গোজালি লাপুং গেন্ধেলামুখীয়া কংগ্ৰেছৰহে। কংগ্ৰেছৰ নাম লৈ আমি মেলুৱৈবোৰ ৰৰসবাহত সোমালোঁ। যদি সোমালোঁ, তাতনো কি ঘাটি লাগিব। শাস্ত্ৰত কলিত নাম ধৰ্ম্মকেই সাৰবস্তু বুলিছে। নামে তাৰেই। কংগ্ৰেছৰ নাম লৈ আমি মহাপাপী বোৰ যদি এই ধন বিত নথকা অথচ পাচিয়ে পাচিয়ে দুখ থকা, ঘৰ-সংসাৰ থন তাৰিব পাৰোঁ, তাত মহানুভৱ পৰম দয়ালু কংগ্ৰেছৰ বিৰক্তিৰ কাৰণ থকাতো উচিত নে ? বৰং কংগ্ৰেছ খুচীহে হোৱা উচিত ; কাৰণ আমি পতিতত তেওঁৰ নামৰ বলৰহে পৰীক্ষা হল, আৰু তেওঁৰ নাম পৰীক্ষাত উঠিল। কিন্তু, তেওঁৰ নাম লৈ তৰিলোঁ। বুলি যে তেওঁ সদায় আমাৰ ওপৰত হুকুম জাৰি থাকিব, অথবা খোৰাক-পোচাকৰ দাবি কৰি থাকিব, এইটো বৰ অসহনীয় কথা। ভৱসিন্ধু তৰিলোঁ মানে শিকলি ছিঙি উৰিলোঁ ; আমি আকৌ ধৰা দি সজাত নোসোমাওঁ বা পাটনাদত নপৰোঁ। যি মুকলি হৈও আপোন ইচ্ছাত কংগ্ৰেছৰ লোৰ শিকলি পাৱত পিন্ধিব খুজিছে, সি পিন্ধক, থুপৰী হৈ থাওক, আমি নিপিন্ধো। এইবাবেই “ভিন্নৰুচৰ্হি লোকাঃ” বুলি শাস্ত্ৰত কৈছে।

থালাছ পোৱা গোলামে পুৰণি মালিকক নেৰি সেই মুনিবৰ ঘৰতে মাটি কামুৰি পৰি থকা আমি অনেক দেখিছোঁ। তুমি নাই দেখা যদি আমাৰ আপত্তি নাই, তুমি চকু মুদি থাকা।



কথাষাৰ তোমাক ফঁহিয়াই দেখুৱাওঁ শুনা। ভতৰা গৰুটোৰ ওপৰত উঠি আকাশী পথেদি মহাদেউ পাৰ্ব্বতী যাওক। তোমাৰ আৰ্থিক দুৰৱস্থা দেখি তেওঁলোক দুইৰো তোমাৰ ওপৰত দয়া সম্পজিল। দিলে ওপৰৰ পৰা তোমাৰ ওপৰত থুপুচ কৰে পেলাই সোণৰ সোলেং। সেই শুভ-মুহূৰ্ত্তত তুমি কণাই চকু মুদি যোৱাৰ সোৱাদ বুজিবলৈ গৈ চকুমুদি বাট বুলিলা। ফলত তুমি সেই সোণৰ সোলেংটো নেদেখিলা। তোমাৰ পিচত চকু মেলি বাটকুৰি বাই অহা মই সেই সোলেংটো দেখি বুটলি ললোঁ। জানি লবা এয়ে পটন্তৰ। এইটো তোমাৰ কপালৰ দোষ হলেও তাত কিন্তু আমাৰ সন্তোষ।

কংগ্ৰেছৰ নাম লৈ সভাত সোমালোঁ যেনেকৈ, আমি এবছৰ দুবছৰ কংগ্ৰেছৰ হকে খাটি দিলোও তেনেকৈ। যথা, ৰৰসবাহৰ বৰ নাম-ঘৰৰ চোতাল চোৰোকা, পিৰালি মছা, মজিয়া সাৰিমছি লিপা, এবম্বিধ কাৰ্য্য। বোলোঁ আমি অগুণ-কাৰী মানুহ নহওঁ দেওহে। সেইবুলি আমি সৰ্ব্বতিকালে কংগ্ৰেছৰ বহতীয়া হৈ থাকিবলৈ গিৰ্‌মিট লেখি দিয়া নাই, আৰু দিবও নোৱাৰোঁ ! কংগ্ৰেছ তুংথুঙ্গীয়া ফৈদৰ ৰজা হৈ ওলোৱা নাই যে কথাই কথাই কংগ্ৰেছে আমাৰ জগৰ ধৰি থাকিব। কংগ্ৰেছ আমাৰ জখলাহে। জখলাইদি আমি ঘৰৰ চালত উঠিলোঁ, আৰু জখলাৰ কাম হৈ গ'ল। জখলাটোৱে যদি বিচাৰে যে সদায় আমি তাকে খামোচ মাৰি ধৰি থাকিম, সেইটো জখলাৰহে মূৰ্খামি আমাৰ নহয়। বুধিয়ক মেলুৱৈয়ে

কংগ্ৰেছ-জখলাৰে ঘৰৰ চালতো উঠে আৰু বগাই গৈ কেতিয়াবা মূধচো পায়। আমি পালে তাকেই কৰিম, আমি পাৰিলে মূধচত উঠি তোমালোকৰ চকুৰ আগতে মালভোগ কলও বখলিয়াই খাম, আৰু তুমি ভেবালাগি চাই থাকিবা। ভাৰতৰ চাৰিওফালে চাই পথিওৱা এই একে ভাবনাকে দেখিবা। দূৰলৈ নেচোৱা বা চাব নোখোজা যদি নিজৰ ঘৰৰ পিৰালিলৈকে দৃষ্টিপাত কৰা। অলমতি বিস্তৰেণ। তুমি অকামিলা কথাৰ পানীৰ মিঠৈটোকে খামোচ মাৰি ধৰিব খুজিছা ধৰা, কিন্তু ঠগ খাবা। বৰবৰুৱাৰ মূৰত গোসাঁয়ে এধানমান বুধি দিছে। তোমাৰ নিচিনা তেওঁৰ মূৰটো বোকাৰে ভৰা নহয়।

---

## মনুষ্য-পুৰাণ

বেদব্যাস ৰচিত পুৰাণ ওঠৰখন। ছখন সাত্বিক, ছখন ৰাজসিক, ছখন তামসিক। যথাহি—

মৎস্যং কৌৰ্ম্মং তথা লিঙ্গং শৈৱং স্কান্দং তথৈৱচ।
আগ্নেয়ঞ্চ ষড়েতানি তামসানি নিবোধত॥
ব্ৰহ্মাণ্ডং ব্ৰহ্মবৈৱৰ্ত্তং মাৰ্কণ্ডেয়ং তথৈৱচ।
ভৱিষ্যং বামনং ব্ৰাহ্মং ৰাজসানি নিবোধত।
বৈষ্ণৱং নাৰদীয়ঞ্চ তথা ভাগৱতং শুভম্।



গৰুড়ঞ্চ তথা পদ্মং বাৰাহং শুভদৰ্শনে।
সাত্বিকানি পুৰাণানি বিজ্ঞেয়ানি মনীষীভিঃ

এইবোৰ পুৰাণ ত্ৰিগুণাত্মক। মোৰ মনুষ্য পুৰাণ ত্ৰিগুণাতীত। গীতাত ভগৱন্তই কৈছে, "নিস্ত্ৰৈগুণ্যং ভৱাৰ্জ্জুন।" গীতোপদেশ অনুসৰণ কৰি মোৰ পুৰাণ নিস্ত্ৰৈগুণ্যং হল। ইতি মুখবন্ধঃ।

নামজ্বলা দেশসেৱক এজনক অলপতে এঠাইৰ পৰা আহ্বান কৰি সম্বলপুৰলৈ অনা হৈছিল। বক্তা বুলি তেওঁৰ খ্যাতি বৰ। দেশসেৱক নামটো তেওঁ নিজৰ বাহুবলেৰে আৰ্জ্জি লৈছিলেই। সম্বলপুৰীয়া উদ্যোগী সকলে এখন সভাপাতি তেওঁৰ বক্তৃতা শ্ৰৱণৰ দিহা কৰিলে। এই পুৰাণ কাৰো নিমন্ত্ৰিত হৈ তেওঁৰ বক্তৃতা শুনিবলৈ গৈছিল। বক্তৃতাৰ ঠাইত ইমান মানুহ হৈছিল যে বিৰ দি সন্ধি পাবলৈ নাই; কাৰণ বক্তাজন নামজ্বলা। জ্বলা শলিতাত বৃন্দ বৃন্দ চগা পৰাটো পুৰাতন প্ৰথা। বক্তাই বক্তৃতা আৰম্ভ কৰিলে। শ্ৰোতা সকল কাঁহ পৰি জীন গল। প্ৰথম খোজত বক্তাৰ বিনয়ৰ পৰাকাষ্ঠা প্ৰদৰ্শিত হল। তাৰ সাৰাংশ যে, তেওঁৰ নিচিনা অযোগ্যক মাতি আনি যোগ্য উদ্যোগী সকলে তেওঁৰ গাত বক্তৃতাৰ গুৰুভাৰ দি তেওঁক অতল, বিতল, তলাতল, সুতললৈ পঠিয়ালে। ইত্যাদি। দ্বিতীয় খোজত, তেওঁৰ গোজৰণি আৰম্ভ হল। মোৰ আই ঔ, কি গোজৰণি! কি গুমৰণি! কি ঢেকঢেকনি! কি ফোৰোহণি! কি ধমধমনি!

বাঘিনীৰ কাষৰ পৰা কোনোবাই বাঘপোৱালি কেইটা কা
আনিলে বাঘিনীৰ যেনে গোজৰণি তেনে গোজৰণি "অজাযু
ঋষিশ্ৰাদ্ধে" শাৰীৰ "প্ৰভাতে মেঘাড়ম্বৰেৰ" যেনে ঢেৰেক
তেনে ঢেৰেকণি। মাঘমহীয়া মেজিত জুই লগাই গোট গোট কেঁ
বাঁহ ফুটালে যেনে ধম্‌ধমনি তেনে ধম্‌ধমনি। আৰু মুঠি
লুকুৰা, বতাহতে শুকুৰা, চুচিমৰা, কঁপি থকা, ভৱিৰ ওপৰ
থিয় দি থকা মতলীয়াক কনিষ্টবলে ধৰিবলৈ গলে তাৰ যে
ফোবোহণি তেনে ফোবোহণি। বোধকৰোঁ বক্তাৰ কুঁপনি জ
ভোগৰ কাল বক্তৃতাৰ সেই ডোখৰত আছিল। যি হওক বক্ত
বক্তৃতাৰ অন্তত শ্ৰোতাৰ চাপৰিৰ পাল পৰিল। কাণ তা
মাৰিলে। ঠাহ খাই থকা মানুহৰ মাজৰ পৰা কোনোমতে ওলা
মই উভতি ঘৰ পালত ঘৰৰ ঘৈণীয়ে মোত সুধিলে---"বক্তৃ
কেনে হ'ল ?" মই কলোঁ "তোফা !" তেওঁ আকৌ প্ৰ
কৰিলত মই উত্তৰ দিলোঁ, বক্তাৰ বক্তৃতাৰ আৰম্ভত "মই
মাজত "মই" আৰু অন্তত "মোৰ"। আমাৰ সিন্ধুৰা গাওঁ
বুঢ়াই এই বক্তৃতা শুনাহলে কলেহেঁতেন—তুমিনো বোপা কো
খন পুথিৰ পৰা এই ছোৱা বিয়াহ গালা ? এই ছোৱা
দেখোন কেৱল "তই যা খৰিলৈ, তই যা পাতলৈ ?" কি
তুমিনো কি আনিবলৈ যাবা নকলা দেখোন ?"

মনুষ্য-পুৰাণৰ তৃতীয় অধ্যাৰ কথা সম্বলপুৰৰ চাৰিসীমা
ভিতৰত আৰম্ভ। সেইদেখি শ্ৰোতাসকলে আৰু দুই চাৰি
শ্ৰৱণ কৰি ঘৰাঘৰি যাবলৈ প্ৰস্তুত হওক।



এজন বন্ধুক লগত লৈ, বেদব্যাসৰ চাৰিখনীয়া আসনৰ কলিকলীয়া অধিকাৰ হাবিত চিকাৰ কৰিবলৈ গল। চিকাৰত আমাৰ ধনী-ককায়ে গাবৰ নিচিনা—

"একো চৰায়ে নামাতিলে,
মাতিলেক টুনি।"

আন একো নোলাল, ওলাল দুটা দঁতাল বৰা। উল্লিখিত বন্ধুজনৰ চাঙৰ তলেদি বৰাহ যুগলে বৰানুগমন কৰাদি এটিৰ পিছত এটিকৈ ধীৰ পদ নিক্ষেপ কৰি গ'ল। বন্ধুৱে মাৰিলে ভুয়োবো ফালে ডুগুলি। দ্বিতীয় গুলিটিয়েও "বৰ ভাই যেনি যায়, সৰু ভায়ো তেনি যায়" নীতি অৱলম্বন কৰিলে। বৰা আৰু তেওঁৰ গুলিযুগল বিপৰীত মুখী হ'ল—বৰা ঈশাণ কোনেদি গ'ল, গুলি নৈঋত কোণেদি গ'ল। গতিকে দুই পক্ষৰ সংঘৰ্ষণ নঘটিল। নিশ্চয় চিত্ৰগুপ্তই সেই ব্যাপাৰ সেইদৰেই তেওঁৰ "নোট বুকত" "নোট ডাউন" কৰি লৈছিল। বেদব্যাসৰ কলিকলীয়া অধিকাৰৰ অৱস্থান আছিল উক্ত বন্ধুৰ অৱস্থানৰ পৰা দহ বেওঁ মান দূৰত। বন্দুকৰ দুটা "আৱাজ" শুনি বৰাহ-বিষ্ণুৰ যুগল অৱতাৰ তেওঁৰ কাষেদি ক্ষিপ্ৰগতিৰে যাবলৈ ধৰিলে। অধিকাৰে ভাবিলে, ৰসাতল প্ৰবিষ্টা পৃথিৱীৰ উদ্ধাৰৰ অৰ্থে এটি বৰাহেই যথেষ্ট ; দুটি ব্যয়াধিক্য মাথোন। গতিকে এটিক এৰি আনটিক বধ কৰিবলৈ তেওঁ কৃত সঙ্কল্প হ'ল।

শূলক তুলি গৰ্জ্জি দৈত্যনাথ।
দশন কামুৰি ঝঙ্কাৰে মাথ॥

দানৱ গণক মাতে সম্বোধি

মাৰিবো বৰাহক শূলে বিন্ধি ॥”

কলিত শূলৰ ঠাইত বন্দুক। আৰু তাৰো প্ৰয়োগ চ
মাথা নঝঙ্কাৰি আৰু দশন নাকামুৰি। অধিকন্তু কাকো এ
নসম্বুধি, অৰ্থাৎ “চুপ্‌-চাপ্‌” কৰি। তেওঁ দিলে মাৰি এ
গালৈ এটি গুলি। গুলি খাই বৰাহ বিমূৰ্চ্ছিত আৰু ত
পিছত পতন আৰু মৃত্যু।

যেতিয়া বৰাটোৰ মৃত শৰীৰ সকলোৰে আগলৈ অনা হ
নৈঋত কোণলৈ গুলি মাৰোঁতা বন্ধু জনে “মেঘৰ গম্ভীৰ ধ্ব
দিলা সমিধান”—“যদিও এই বৰা অধিকাৰৰ গুলিৰ শে
মৰাটো ঠিক, তথাপি তাৰ আগেয়ে মোৰ গুলিত তাৰ আ
কৃত্য সমাপন হৈছিল।” তেওঁৰ বচন শুনি কলিকল
বেদব্যাস নিৰ্ব্বাক। দৰ্শক মণ্ডলীয়ে বৰাৰ গাত গুলিৰ চি
অতি সাৱধানে পৰিদৰ্শন কৰি, বৰাৰ গাত নৈঋত কো
কোনো পতন বাৰ্ত্তা বিচাৰি নাপালে। শেষত ব্যাস বা
হাততে যে বৰাৰ মৃত্যু এইকথা তেওঁলোকে সিদ্ধান্ত কৰিব
বাধ্য হল। সেই সিদ্ধান্তত বন্ধুজন অৰণ্যে ক্ষুণ্ণ হৈছিল।

এই বন্ধু জনেৰে সৈতে আৰু অনেকবাৰ এনে কুক
বা অকাৰ্য্যৰ অৰ্থে অধিকাৰ পুৰুষ গৈছিল। এনেকুৱা ঘট
কম বেচি অনেকবাৰ ঘটিছেও। কিন্তু বেদব্যাস ক
কলীয়া হলেও স্থিতপ্ৰজ্ঞ পুৰুষ। তেওঁ সহজে বিচলি
হোৱা বিধৰ নহয়। কাৰো সৈতে পঁচি খেলিবলৈ, তেও



প্ৰতিদ্বন্দ্বীয়ে যদি চাৰি মাৰি “পঁচি-ই” বুলি ঢাকত চাপৰ মাৰি দিয়ে, তথাপি তেওঁ একোকে নামাতে, আৰু ছয়খন মাৰি যদি “দহ” বোলে তেতিয়াও তেওঁ ৰাম-বিষ্ণু একোকে নকয়; মাথোন গোফৰ তলতে লোকে নেদেখাকৈ মিচিক কৈ হাঁহি এটা মাৰে।

আৰু এদিন ৰাতি মটৰ গাৰীৰে সৈতে জনদিয়েক বন্ধুৰে সৈতে বেদব্যাসৰ আসনৰ অধিকাৰ পুৰুষ হাবিৰ মাজৰ বাটেদি গৈছিল। ওপৰত কৈ অহা বন্ধু জনো তাৰে এজন। সকলোৰে হাতত একোটা বন্দুক—এই ভয়ত, যদি হাবিৰ বাটত বাঘ, ঘোংওলায়। সেই মটৰ যাত্ৰাত বাঘো নোলাল, ঘোঙো নোলাল, ওলাল এটা শিঙাল পহু। অধিকাৰ পুৰুষে মাৰিলে এটা গুলী, আৰু লগে লগে সেই বন্ধু জনেও মাৰিলে এটা গুলী। কাৰ গুলী লাগি কব নোৱাৰোঁ, পহুটো ডুখোজমান হাবিৰ ভিতৰত সোমায়ে পৰি মৰিল। পহুটো অধিকাৰ আৰু তেওঁৰ বন্ধু, দুয়ো টানি আনি, মটৰ গাৰীৰ পিছফালে থকা, বস্তু বেহানি তুলি নিয়া চাংডুখৰিৰ ওপৰত তুলি বান্ধিলে। উভতি ঘৰ পালত বন্ধুৱে তেওঁৰ গুলীত পহুটো মাৰিছে বুলি তাৰ ওপৰত সম্পূৰ্ণ অধিকাৰ স্থাপন কৰিলে আৰু বেদব্যাসৰ গাদীৰ আচল অধিকাৰ থাকিল দাঁত চেলাই। বন্ধুজনে পিছদিনা পুৱা পহুটোৰ চাল বখলিৱাওঁতে যেতিয়া দেখিলে, যে তেওঁৰ গুলীতকৈ অধি-

কাৰৰ ৰাইফোলৰ গুলীয়েহে পহুটোৰ বিশেষৰূপে অনি সাধন কৰি মৃত্যুৰ কাৰণ হৈছিল, তেতিয়া, তেওঁ কি ভা কৰ নোৱাৰোঁ, পহুটোৰ পিৰা এটা নিজৰ লগতে লৈ অ অধিকাৰক দি ক'লে যে পিছত পহুটো শিঙেৰে সৈতে মূৰ আৰু ছালখন তেওঁ অধিকাৰলৈ পঠিয়াই দিব,—কাৰণ পু তেওঁ পৰীক্ষা কৰি দেখিছ, যে পহুটো দুইবো গুলিত মৰিছে

এই খিনিতে কওঁ যে বৰ ঘৈণীতো বৰ ঘৈণীয়েই। ঘৈণীৰ মাত-কথা সদায় বৰ। কিন্তু সৰু ঘৈণী বুলি প্ৰ এটিও ঘৰে ঘৰে আছে, তেহেলৈ সেই জীৱটোৰ অস্তিত্ব কোনে কোনো গৃহস্থই স্বীকাৰ কৰক বা নকৰক। সৰুঘৈণীয়ে সকলো বোৰ দেখি-শুনি থাকে আৰু আৱশ্যক বুজি মি মাতেৰে ঠিক কথাষাৰ কৈও দিয়ে। তেহেলৈ গৃহস্থই সে কথাত কাণ দিয়কেই বা নিদিয়কেই। তেওঁৰ নাম শ্ৰীমত বিবেক দেবী; ইংৰাজিত যাক ( Conscience ) বোলে কোনো কোনোৱে তেওঁক হিতাহিত বিবেচনা, বা কৰ্ত্তব্য বু নাইবা ধৰ্ম্ম জ্ঞানো বোলে। যিয়ে যি বোলে বোলৰ তেওঁ কিন্তু "একমেবাদ্বিতীয়ং" দেৱী শ্ৰীমতী বিবেক। এ ঠাইৰ আন এজন ডাঙৰ বিষয়াৰ কথা এই খিনিতে উনু কিৱাওঁ। তেওঁৰ মান আছে, নাম আছে, ধন আছে, ধাই- আছে, ঐশ্বৰ্য্য আছে, বিভূতি আছে, নাই মাথোন Comm on sense অৰ্থাৎ কাণ্ডজ্ঞান। তেওঁৰ ঘৰত সতী-সাধ্বী সুন্দৰী ভাৰ্য্যাই কান্দি ভাত খাইছে, আৰু তেওঁ ! বিধাতা



কি আশ্চৰ্য্য খেমালি! মানুহৰ নামৰ দুঠেঙীয়া জীৱটো এটা "চিজ্" নিশ্চয়।

আন এজন ডাঙৰ বিষয়াৰ কথাও এই পুৰাণকাৰৰ পুৰা-ণত উঠিছে। তেওঁ ভোজ, বৃষ্ণি, অন্ধক, কুক্কুটক, বংশৰো নহয়, ব্যাস-বশিষ্ঠ বংশধৰো নহয়। আনকি নৰকাসুৰৰ বংশাৱতংসও নহয়। বুলিব লাগিলে টানি মানি বুলিব পাৰি —তাকো অনেক জমা খৰছ কৰি—মুচুকুন্দৰ চকুৰ অগনিত ভস্ম হোৱা জনৰহে। তেওঁ এটা ফতুৱা স্বধৰ্ম্মীক এটা গোকাত অভিযোগ পঙ্কৰ পৰা উদ্ধাৰ কৰিবলৈ গৈ ধৰ্ম্মাধি-কৰণত মিছা শপথ খাই, মিছা সাক্ষী দি, মিছা পঙ্কজটিক বিচাৰকৰ হাতত তুলি দিবলৈ গৈছিল। কিন্তু হাকিমে পঙ্কজটিক দেখিয়েই চিনি নুহুই পোতাশালৰ গৰাকীক হস্তান্তৰ কৰিলে। ফলত পঙ্কজোদ্ধাৰক নিজৰ বিপদৰ জালত নিজে মেৰ খাই পৰিল। ইয়াৰ লগতে কবলৈ পাহৰিলে নচলিব যে ব্যাস বশিষ্ঠৰ বংশধৰ ভদ্ৰলোক এজনে উপৰোক্ত জনৰ পঙ্কজোদ্ধাৰ কাৰ্য্যত সহযোগী হৈছিল। কাৰণ পঙ্কজৰ ভ্ৰাতাই ( নাম নাজানোঁ, বোধকৰোঁ বব্বজেই হব )। তেওঁৰ ঘৰত লগুৱালি কৰে। পালা পাঞ্চাখন ঠিক থাকিল। দুই ফালে সমান গধুৰ। বিচিত্ৰোহয়ং সংসাৰঃ অদ্ভুত মনুষ্য চৰিত্ৰ। "Greater Study of mankind is man".

———

# ধৰ্ম্ম, সাম্প্ৰদায়িক সমস্যা আৰু স্বৰাজ

আগ ডোখৰত মই কি আছিলোঁ, মই হলে নোৱাৰো, কোনোবাই পাৰে যদি কওক। পৃথিবীত পো দি ভাস্কৰ হৈ আছিলোঁ, নে ৰত্নাকৰবো এখাপ ওপৰলৈ তস্কৰ হৈছিলোঁ তাকো নাজানো এতিয়া কিন্তু "শে এজাত"। "ধাতুষু ক্ষীয়মানেষু শান্তঃ কোৱা নযায়তে বয়স বাঢ়িল, আৰু লগে লগে ধৰ্ম্ম-কৰ্ম্মৰ শুকান জান পানী বাঢ়িল। এতিয়া বয়সৰ বাৰিষা। মানুহৰ বয় বহাগ পৰিলেই তালৈ ধৰ্ম্মৰ পানী চিৰচিৰায়। কিয়, কেনে আৰু সেই পানী কৰপৰা আহে কব নোৱাৰোঁ। বয় আহাৰ-শাওনত তালৈ ধৰ্ম্মৰ ঢল আহে। তাৰ পিছত জৰ সেই দ্ৰব্যটিৰ দ্বাৰা-গ্ৰস্ত হলে, শৰীৰত ধৰ্ম্ম মৰহে। মৰহি পাগত উঠিল জানি থবা। তাৰ পিছত "যমে নিলেও নিয় আৰু জোৱায়ে নিলেও নিয়ক" সমান কথা। দুইৰো মত —তোমাক টেকেলিৰ ভিতৰত সুমাই টেকেলিৰ মুখত সো দিয়াটো। দিয়ক সুমাই, দিয়ক সোপা। তাতে তুমি "স্ব শুতি থাকি পথৰ প্ৰয়াস" গুছাবা। কেতিয়াবা কোনো যদি সাঁফৰটো গুছাই তাৰ পৰা তোমাৰ এখামোচ আদখা নিয়ে নিয়ক, তাত আপত্তি নকৰিবা, কাৰণ নিওঁতা জন অভিপ্ৰায় নিজৰ মুখত সোৱাদ লগোৱাটো।



এইবোৰ ভাবি মনক প্ৰবোধ দিলেও, কিন্তু ভয় নাযায় যে মৰিলে কলৈ যাম? গুৰৰ টেকেলিলৈ আঙুলিয়াই দিলেও তেওঁ সুধিব "তাত কাক লগ পাম"। উত্তৰ "পোক-পৰুৱাক"। "সিহঁতে মোক কি কৰিব?" উত্তৰ—"উদৰস্থও কৰিব পাৰে আৰু তোমাৰ লগতে গুৰত্ব প্ৰাপ্ত হৈ নিবাসো কৰিব পাৰে।"

ইত্যাদি ভৰসাবোৰে কিন্তু গা নুজুৰায় সেইদেখি এই ভাব আৰু ভয় বোগৰ দৰৱৰ দোকানবোৰৰ ওচৰ চপাতোকে থিৰ কৰা গল। গুৰৰ টেকেলিত শয়ন, পোক পৰুৱাৰ সৈতে ৰমণ, এইবোৰ টাং-বাং কথা, ঠিক যেন মৰীয়াই পিতল বটা। গতিকে প্ৰথমতে খৃষ্ট ধৰ্ম্মৰ দোকানলৈ গলোঁ, ভাবিলোঁ খৃষ্ট ধৰ্ম্মটো আমাৰ ৰজাৰ ধৰ্ম্ম। নিশ্চয় এই ধৰ্ম্মটো সভ্য আৰু জুৰ হৰ। হিন্দুৰ ধৰ্ম্মত তেত্ৰিশ কি চত্ৰিশ ব্যঞ্জন,— জাল, কেহা, তিতা, জ্বলা ইত্যাদি। দেওবাৰে গিৰ্জ্জা ঘৰলৈ গলোঁ। এজন পাদুৰীয়ে ধৰ্ম্মৰ উপদেশ দিছিল। তেওঁ বাইবেল খন মেলি লৈ, তাৰ চোলখ এটা মাতি হাতমুখ জোকাৰি কৰলৈ ধৰিলে।

চোলখটো এই:—

As they were eating, Jesus took bread and blessed it, and brok it, and gave it to the disciples, and said, "Take, eat. This is my body."

And he took the cup, and gave thanks, and gave them, sying "Drink ye all of it. For, this

is my blood of the new testament, which is sh
for many for the remission of sins.

বুঢ়া তামোলেৰে সৈতে কুমলীয়া তামোল এফাল মিহল
তাত চূণ আৰু ধপাত দি দুইবিধ তামোলৰ যোৰা মিল
সন্মিলিত তামোল খনৰ আনন্দ ৰস উপভোগ কৰি অ
তাৰ শেহফল চোবা পেলাই দিবলৈ যিমান খিনি সময় লা
তেনেকুৱা দুখনমান তামোল খোৱাৰ সময় তেওঁ বলকি
যীছু গোঁসাই শিষ্যবোৰক গোঁসাইৰ তেজ-মঙ্গহ খাবলৈ কে
শুনি হিন্দু মই চমক খাই লাহে লাহে তাৰ পৰা ও
আহিলোঁ। গোসাইৰ তেজ-মঙ্গহ খোৱা কথা শুনিলেই অ
হিন্দু মানুহে ভূমিছুই কাণত হাত দিওঁহঁক। গতিকে অ
থাকো কেনেকৈ ?

পিছৰ দেওবাৰে ব্ৰাহ্মসমাজলৈ গলোঁ। বেদীৰ ওপ
বক্তাজনে এঘণ্টা মান বক্তৃতা দিলে, শাস্ত্ৰৰ এই শ্লোক
তেওঁৰ বক্তৃতাৰ ভেটি কৰি লৈছিল।

"অন্যায়াৎ সমুপাত্তেন দানধৰ্ম্মো ধনেন যঃ
ক্ৰিয়তে ন স কৰ্ত্তাৰং ত্ৰায়তে মহতো ভয়াৎ"

অৰ্থাৎ দানৰ নিমিত্তে অন্যায়কৈ ধন নঘটিবা। তেনেকু
দানেৰে পূন্য লাভ নহয়; বৰং তাৰ দ্বাৰাই অন্যায়
ঘটি দান কৰোঁতা দাতা মহা পাপত পৰি নৰককৈ যা

কি ভয়ানক! তেন্তে "Any how make mone
উপদেশ সাবোগত কৰি টকা ঘটি তাৰে গিৰ্জ্জা মন্দিৰ অ



'মিছন' সৃষ্টি কৰোঁতা সকলৰ কি গতি হব? সাপৰ তেল মহুৱাৰ তেল গৰুৰ তেল, গাহৰিৰ তেল, ঘিউত মিহলাই বেচি ধন ঘটি গঙ্গাত স্নান কৰিবলৈ ঘাট আৰু অতিথি শাল স্থাপন কৰোতাবোৰৰ কি হব?

ইয়াৰ পিছত ভাবিলোঁ, মুছলমান সকলৰ মজিদলৈ যাওঁ। কিন্তু সাহে নাটিল। অনেক ভাবি চিন্তি হিন্দু সমাজত বক্তৃতা শুনিবলৈ গলোঁ। বক্তাই এই শ্লোকটোক ব্যাখ্যা কৰি তাৰ ওপৰত বক্তৃতা দিছিলঃ—

ক্কাহং তামোমহদহং খৰচাগ্নিবাৰ্ভূসম্বেস্তিতাণ্ড ঘট সপ্ত
বিতস্তি কায়ঃ
তাদৃগ্‌বিধা বিগনিতাণ্ড পৰানুচয্যা—ৰাতা ধ্বৰোমবিবৰ
চ তে মহিত্বম্॥"

শ্লোকটো শ্ৰীমদ্ভাগৱতৰ দশম স্কন্ধৰ ব্ৰহ্মাস্তুতিৰ ব্ৰহ্মাই কৃষ্ণক কৈছে—ক্ষুদ্ৰ মই ক'ত? আৰু পৰম মহান তুমি ক'ত? এটি ব্ৰহ্মাণ্ডৰ ব্ৰহ্মা মই। আৰু তোমাৰ শৰীৰৰ নোমৰ কূপত এনেকুৱা অগণ্য ব্ৰহ্মাণ্ড ধূলিৰ নিচিনাকৈ সোমাইছে আৰু ওলাইছে।

কথাটো শুনি ঘৰলৈ উভটি আহি বহি ভাবি আছোঁ এনেতে ডেকা লৰাজনে বৰকৈ, ধৰিলেহি যে বৰবৰুৱা ডাঙৰীয়া, আপুনি আমাৰ সভাত এটা বক্তৃতা দিয়ক, আমি ঠাই থিক কৰিছোঁ। মই কলো, যে ঠাইৰ অভাৱত যে মোৰ বক্তৃতাৰ ভাতচৰু বাহী হৈ আছে, এনে নহয়,

মই মোৰ ভাতৰ চৰুটোত চাউলকে বহোৱা নাই, কা
টেকেলি কাতি। সেইদেখি মোক বক্তৃতা ফকৃতা দিব
নধৰিবা, বোপাইহঁত! কিন্তু ডেকালবাবোৰ ডেকা লৰাই নহ
ঠিক একোটা ছিনাজোক। সিহতে ধৰিলে নেৰে। অগ
মান্তি হবলগীয়াত পৰিলোঁ। তেওঁলোকে কলে, "আম
ধৰ্ম্মৰ বক্তৃতা নালাগে।" মই কলোঁ—"মই ধৰ্ম্মৰ বক্তৃতা নিদি
ধৰ্ম্মৰ বক্তৃতা শুনি মযেই তাৰ কুল নেদেখিলোঁ, তোমালোক
কিহৰ বিষয়ে বক্তৃতা লাগে? তেওঁলোকে "কলে, স্বৰাজ
বিষয়ে। মই কলোঁ "বেচ কথা। কাইলৈ আবেলি চ
ৰজাত তোমালোকৰ সভাত দিম বক্তৃতা তোমালোক জু
পাতি বহিবাহঁক; কাণ খৰকিয়াই লবাহঁক; আৰু জিজ্ঞা
শ্ৰোতা হৈ থাকিবাহঁক, militant হৈ অৰ্থাৎ ৰণুৱা চিপাহ
মন লৈ নহয়।"

পিছদিনা দিলোঁ বক্তৃতা। স্বৰাজৰ বিষয়ে লেখা কোনে
এটা সৰ্ববাদী সম্মত কিতাপৰ পৰা এটা text লৈ অৰ্থা
এআষাৰ বাক্য বিচাৰি তাৰে গাঁৰিলা লৈ কৰ খুজি, তে
বাক্য বচন বিচাৰি নাপালোঁ। সৰুতে শুনা খোলৰ বো
এটা মনত পৰিল। তাকে সভাত মাতি দি, তাৰে ওপৰত
নিম্নলিখিত মতে কৰলৈ ধৰিলোঁ।

খোলৰ বোলটো এই:—

ঋণ থাক্ তাধেই।
দাদাও তাৎ তাও খিতি দাও.



তা, তা, তাও।
তাও খিখিবাও খিতা খিতা খিনি দাও।
ইত্যাদি।

ভাইটিহঁত! খোলে স্বৰাজৰ বিষয়ে কৈছে "ঋণ থাওক।" অৰ্থাৎ গৱৰ্ণমেণ্টে ভাৰতৰ প্ৰজাৰ মত নলৈ যিবোৰ ধন আজিলৈকে ধাৰ কৰি আনিছে, আমি স্বৰাজ পালে সেই ধাৰ বা ঋণ নুসুজোঁ; সেইবোৰ থাওক পৰি। আমাক খুজিবলৈ চৰকাৰে চেপি ধৰিলে, আমি সেই মোকৰ্দ্দমা চালিছত দিম। চালিছে স্বাধীন আৰু নিৰপেক্ষ বিচাৰ কৰি লব লাগিব। চালিছে বিচাৰ কৰি আমাক দিবলৈ কলেহে দিম। নতুবা চৰকাৰে সেইটকা নিজৰ ঘৰৰ পৰা আনি ভৰিব লাগিব।

স্বৰাজ হলে আৰু যি এটা বৰ সুবিধাৰ কথা হব, তাকো এইখিনিতে কৈ থওঁ। স্বৰাজিষ্টে Personal Debt repudiate কৰিব পাৰিব। অৰ্থাৎ তেওঁলোকে নিজলৈ ধাৰ কৰি অনা ধনকো ধাৰে দিওঁতাক নিদিওঁ বুলিবৰ ক্ষমতা পাব। কাৰণ তেওঁলোক স্বৰাজিষ্ট, স্বাধীন। তেওঁলোকৰ মন গলে দিব, মন নগলে নিদিব। মাৰোৱাৰী দোকানদাৰ আৰু আন আন দোকানৰ উঠনাকৈ খোৱা বস্তুৰ বেচো দিয়া নিদিয়া তেওঁৰ ইচ্ছাধীন। সেইদেখি খোলে কৈছে, "খিনি দাও।" খিন মানে ইচ্ছাধীন।

ইয়াৰ পিছত "তা ধেই" 'তা' শব্দটো বঙ্গলা। যেনে "তা ভাল, মশাই না দেবেন তো না দেবেন, আপনাৰা

স্বৰাজী, আমি আপনাদেৰ আৰ কি কৰতে পাৰি ৷” খো
বোলটো International অৰ্থাৎ সাৰ্ব্বভৌমিক সাৰ্ব্বজনিক
সেইদেখি তাত সকলো দেশৰ শব্দৰ সমাবেশ । “ধেই
অৰ্থ—ধেইত কটা । অৰ্থাৎ ধাৰ দিওঁতাই ধাৰ সাধিব
আহিলে প্ৰথমতে তুমি স্বৰাজীয়ে তাক কব পাৰিবা—“
থাক । তথাপি সি সেই কথা নুশুনি তোমাক আমনি কৰি
তুমি ভাবুকি কি তাক, “ধেইত কটা” বুলি খেদি দিবা । ত
উপৰি ধাৰে দিওঁতাক তুমি কবও পাৰিবা “দাদাও” অৰ্থ
মোক বৰং ধাৰে দে দে । বোলটোৰ এটাইবোৰ গূঢ়া
ব্যাখ্যা কৰিবলৈ গলে, বক্তৃতাটো দীঘল হৈ যাব, আৰু মে
শ্ৰোতা ভাইটিহঁতে আমনি পাব । সেইদেখি চমুকৈ আ
এটা কি দুটাৰ কথা কম । “খিখি ৰাও” অৰ্থাৎ আ
স্বৰাজ পালে, যাৰে য'তে থিৰতী গাই দেখিম, সোধ-পো
নাই, তহঁৰে গাখাৰ খাৰাই তপতাই খীৰ কৰি খাম । সেই
দেখি ৰবখন চহৰৰ “ৰিফৰ্ম্মড্ কৰ্পৰেশ্যনৰ” প্ৰথম মেয়ৰে গাখীৰ
উন্নতি সাধিবলৈ খুব যত্ন কৰিম বুলি প্ৰথমতে ইস্তাহাৰ দিছিল ।

বহিবৰ আগতে কওঁ যে আজি-কালি সকলো জনা-বুজ
নেতাই কয় যে স্বৰাজ পাবলৈ হ'লে হিন্দু আৰু মুছলমান
ভিতৰত মিল হব লাগিব, এই কথাৰ সমৰ্থন কৰি মই
তোমালোকক সোধোঁ—মিল হৈনো নোলোৱা কিয় ? লোৱা
তুমি কৈছা মিল হোৱাটো টান ; কাৰণ মছলেম
ভাতা সকলে স্বৰাজৰ বৰ সবাহত মলা-চকুৰ ভাগ বৰ সৰহকৈ



বহুৱাবলৈ বিচাৰে । মই কওঁ, সৰহকৈ বিচাৰে যদি নিদিয়ানো কিয় ? বিচাৰিবৰ অধিকাৰ সম্পূৰ্ণ তেওঁলোকৰ আছে । সিদিনালৈকে তেওঁলোকে হিন্দুৰ ওপৰত নবাবী আৰু বাদশ্যাহ-গিৰি কৰিছিল । সেইটো তোমালোকে পাহৰিবলৈ কোৱানে ? তোমালোকে হলে নাপাহৰিলাহেঁতেন । এতেকে তেওঁলোকে যি বিচাৰে দিয়া । কিৰ্পিণালি নকৰিবা । হিন্দু সদায় দাতা বুলি প্ৰখ্যাত । দাতাকৰ্ণ, দধীচি আৰু শিবিৰ জন্ম হিন্দুৰ ভিতৰতে । এইবোৰ পাহৰা কিয় ? লেজিছলেটিভ কাউন্সিলত, আৰু চৰ্কাৰীত তেওঁলোক সোপাসোপে সোমাওক, তোমালোক আঁতৰি থাকা । সেই ফুটুকাৰ ফেন লৈ তোমালোকে পৰ-কালত কি কৰিবাহঁক । মছলেম ভাই সকলে, সেইবোৰ লৈ ইহকালতেনো কি কৰে নোচোৱা কেলৈ ? তেওঁলোকে কাউন্সিলত বহি আইন কৰিব খুজিছে, কৰক । আইনেদি যদি প্ৰজাৰ পেট ভৰালেহেঁতেন ভাৰতত আইনৰ ইমান পয়োভৰ থকাতো হিন্দু আৰু মুছলমান দুখীয়া প্ৰজা আকালত পৰি খাবলৈ নাপাই ইমানকৈ নমৰিলহেঁতেন । কোনো এটা ধৰ্ম্মাৱলম্বী জনচেৰেক মুখীয়াল মানুহে আইন কৰিবৰ ক্ষমতা লভি, জাকে জাকে আইন কৰিলেই যদি প্ৰজাই দুসাজ পেটভৰাই ভাত খাবলৈ পায়, তেন্তে ইংলণ্ড প্ৰভৃতি দেশত Unemployed সৰ্ব্বসাধাৰণ প্ৰজাৰ ইমান হাহাকাৰ নুঠিল-হেঁতেন । পেটৰ কামোৰণি হিন্দু-মুছলমান দুইৰো সমান । পেটৰ কামোৰণি উঠিলে, আইন কৰোঁতা চৰ্কাৰৰ ঘৰত

হিন্দুৰেই প্ৰাধান্য হওক, বা মুছলমানৰেই প্ৰাধান্য হওক, প্ৰজাই তালৈ নাচায়, কাৰণ সি প্ৰজাৰ গা নুজুৰায়। নতুৰ এক খৃষ্টান ধৰ্ম্মাৱলম্বী বিলাতত আইন আৰু শাসনকাৰকৰ বিপক্ষে প্ৰজাই দিনৌ এনে বিদ্ৰোহ ঘোষণা কৰি নাথাকিল-হেঁতেন। পাৰস্য, তুৰ্কী, আফ্‌গানিস্থান প্ৰভৃতি এক ধৰ্ম্মাৱলম্বী দেশ ৰামৰাজ্য হলহেঁতেন। জাহাঙ্গীৰৰ পৰা বাহাদুৰ শাহ বাদ-শ্যাহলৈকে ৰজাৰ সভাত আৰু চাকৰিৰ ৰভাত সৰহভাগ ভব্য-গব্য মুছলমানেই আছিল দেখোন, তথাপি তেওঁলোকৰ কালতে প্ৰজাৰ ( হিন্দু আৰু মুছলমান প্ৰজাৰ ) দুখ নুগুছিল কিয় ? আৰু সেইখন সাম্ৰাজ্যই বা উফৰি পৰিল কিয় ?

গান্ধী মহাৰাজাৰ লগতে সুৰ মিলাই ময়ো কওঁ—মছলেম সকলে যি বিচাৰিছে,—দিয়াঁ, আৰু আঁতৰি চাই থাকাঁ। তেওঁলোকে দুখ নকৰাকৈ—লাভৰ সৰহভাগ পালে সম্ভৱতঃ অপদাৰ্থতাৰ ফালে ঢাল লব। অৱশ্যে তেওঁলোকৰ যে তেনে হওক, এইটো আমাৰ উদ্দেশ্য নহয় ; কাৰণ স্যাৰ চৈয়দ আহমদে কৰৰ নিচিনা হিন্দু আৰু মছলেম সুন্দৰী ভাৰত জননীৰ দুটা চকু। এটি চকু দুৰ্ব্বল হলে, আমাৰ সুন্দৰী আইহে কুন্ধচ হব। কিন্তু ভাই মছলেম সকলে নুবুজিলে কি কৰা যায়। তিতিবুৰি শিকোৱাটোৱেই ভাল প্ৰণালীৰ শিক্ষা। গৱৰ্ণমেণ্টৰ চাকৰিৰ নিমিত্তে তেওঁলোকৰ ইমান আগ্ৰহ। চাকৰিৰ Mentality অৰ্থাৎ মনোভাব স্বাধীনতাৰ পৰিপন্থী। মুছলমান ভাইসকলক এইটো পৰীক্ষা কৰি চাই লবলৈ দিয়া।



নিৰ্ভয়ে ভৱিষ্যদ্বাণী কৰিব পাৰি যে, চাকৰিৰ গৰাহৰ পৰা বিমুক্ত হোৱা হিন্দু পদাৰ্থত্ব আৰু মনুষ্যত্বৰ বাটত হাফোলা হাফোলে আগ বাঢ়িব। আজি চাকৰিয়েই আমাৰ ভাৰতত Best brains বিশ্ববিদ্যালয়ৰ প্ৰতিভাশালী ছাত্ৰসকলক গ্ৰাস কৰি থৈছে। সেই বিচক্ষণ বুদ্ধিমান লৰাসকল যদি তাৰ পৰা মুক্ত হৈ পৰে, তেন্তে তেওঁলোকৰ দ্বাৰাই—মাতৃভূমিৰ অশেষ উপকাৰ হব।

ভাইটিহঁত ! মোৰ বক্তৃতা শেষ হল। এতিয়া ঘৰলৈ যোৱাগৈহঁত। ময়ো ৰহালৈ যাওঁ।

---

# জাতীয় ঐক্য

“ফেৰাৰ আচমী” ভাবৰ বুৰবুৰণি তিনিটাৰ দ্বিতীয়টোও ধৰা পৰিল। সি ইটালী পাইছিল গৈ। তাক তাৰ পৰা ধৰি বান্ধি অনা হৈছে। এই মাজু বুৰবুৰণি বৰ অঘাইটং। ইমান দেশ থাকোতে পাকতে সি ইটালী ওলালগৈ। মই তাক কলোঁ—“হেৰ বাঘে খোৱা! তই ইটালী পাইছিলিগৈ কিয় ? আৰু কেনেকৈ গলি ?” সি গপ্‌গপ্‌কৈ উত্তৰ দিলে—“মোৰ ইচ্ছা। মোৰ গতিও ইচ্ছাময়।” তাৰ মগ্ৰামি কথা

শুনি মোৰ খং উঠিল। মই কলোঁ—"মোৰ পুতাইৰ ইচ্ছাতে বৰ কোবাল দেখিছোঁ। এইবাৰ তোক লোৰ শিকলি লগাই বান্ধি থৈ খকৰামুকুটিৰে তোৰ ইচ্ছাৰ দাঁত কেইটাৰ দিহ লগাম ৰবি।" সি কলে—"বান্ধক, মোৰ নো কিটো লোকচান; মোৰ 'য তে ৰাতি ত'তে কাতি'। দাঁত কেইটা সবাৰ খুজিছে সবাই দিলে মই সন্তোষ পাম, কাৰণ এনেই দাঁতৰ বিষত মই ত্ৰিভুবন দেখিছোঁ। দাঁতৰ ডাক্তৰে একোটা দাঁত সবাওঁতে পাচ টকাকৈ লব খুজিছিল। মোৰ অনেক ধন হানি হব কিন্তু এটা কথা কৈ থওঁ—লোৰ শিকলি গছ ন চাই লগাব; ভাগিব লাগিলে একেবাৰে মেক্সিকো বা পেৰু পামগৈ।"

মাজু বুৰবুৰণিৰ কথা শুনি মোৰ মনত অলপ সংশয় হল দেই। সেইদেখি মোৰ মাতটো আগতকৈ মিহি আৰু মিঠা কৰি লৈ কলোঁ—"বাৰু ইটালীত তই কি দেখিলি, কি শুনিলি চমুকৈ মোক কচোন। সৰহকৈ বকলা নেমেলিবি, মোৰ শুনি-বলৈ আহৰি নাই; আৰু গা ধুই গুৰু সেৱা কৰি নাম প্ৰসঙ্গ কৰিবৰো সময় হৈ আহিল।" সি ক'লে—"বাৰু কওঁ শুনক। কিন্তু মই আপোন খুচিত কৈ যাম, ঘনে ঘনে প্ৰশ্ন কৰি মোক আমনি নকৰিব। কৰিলে মোৰ মুখত গজাল মাৰিম, আৰু লঠীয়া দিলেও মোৰ মুখ মেল নাখায়।"

"আজি কালি ইটালী বৰ ডাঙ্গৰ হল। আমি আগেয়ে শুনা, সেই লেহুকা, কিৰ্কিৰীয়া ইটালী আৰু নাই। দেশ খনৰ মানুহ এটাইবোৰ একেমুঠীয়া হৈ পৰিল। "ফেচিষ্ট"



বুলি সিহঁতৰ এটা ডাঙ্গৰ সম্প্ৰদায় হৈ উঠিছে। অৱশ্যে ধৰ্ম্ম-সম্প্ৰদায় নহয়। এই ফেচিষ্ট দলৰ মানুহেই আজিকালি ৰাজ্যৰ শাসন-যন্ত্ৰ চলায়। সকলো ধৰ্ম্মাৱলম্বী আৰু সকলো জাতীয় ইটালীয় প্ৰজাৰ, ইটালীৰ সম্পৰ্কে একেটা ঘাই মত কৰি তোলাটোৱেই ফেচিষ্টৰ উদ্দেশ্য আৰু সেই উদ্দেশ্য সফলো হৈছে। ইটালীয় ভাষাত Fascism (ফেসিজম) মানে বান্ধ খোৱা। ফেচিষ্ট মানে সকলো ইটালীয় প্ৰজা একতাৰ বান্ধোনেৰে বান্ধ খাই শকট হোৱা। যি ইটালীক মাতৃ-ভূমি বুলি স্বীকাৰ কৰিছে, সি ইটালীৰ যশষ্যা, গৌৰব আৰু স্বাৰ্থেৰে প্ৰথমতে বান্ধ খাব আৰু স্বকীয়া ধৰ্ম্ম-কৰ্ম্ম বা আন যি ভাৱিব লগীয়া আছে, সেইবোৰ তাৰ পিচতহে। "ফেচিষ্ট" ইটালী মানে বান্ধ খাই একেটা হোৱা ইটালী। ইটালীয় প্ৰথমতে ইটালীয় হব লাগিব, তাৰ পিছতহে আনবোৰ;—অৱশ্যে যদি সেইবোৰে ইটালীয় হোৱাত ব্যাঘাত নজন্মায়। কিছুমান বছৰৰ আগলৈকে ইটালীৰ অৱস্থা ঠিক বলকান্ ষ্টেট্চ্ বোৰৰ নিচিনা আছিল, আজি ইটালী এটা প্ৰৱল শক্তি। আজি ইটালীয়ই নিজক ইটালীয় বুলি গৌৰৱান্বিত ভাবে; অথচ এইটালীয়ই আগৰ ডোখৰত নিজৰ মাতৃ ভাষাক হেয় জ্ঞান কৰি বিদেশী ভাষাৰে কথা কোৱাটো গৌৰৱৰ বিষয় যেন বুলি ভাবিছিল। একতাৰ মহা-মন্ত্ৰত যি দিনাই ইটালী দীক্ষিত হল, সেই দিনাৰে পৰা, ইটালী প্ৰৱল বেগেৰে পৃথিৱীত আগ বাঢ়িবলৈ ধৰিছে, মুচলিনি নামেৰে এজন বৰ ক্ষম-

তাশালী মানুহ ফেচিষ্ট সম্প্ৰদায়ৰ গুৰিত। বাস্তৱিকতে তেওঁহে এতিয়া ইটালীৰ হৰ্ত্তা-কৰ্ত্তা বিধাতা। ইটালী দিনৰ দিনে ইমান প্ৰবল হৈ আহিছে, যে ইউৰোপৰ প্ৰধান সাম্ৰাজ্য শক্তিবোৰে সংশঙ্কিত ভাবে ইধালীৰ ফালে চকু দি চলিছে। মুচলিনি ইমান কামিলা আৰু শক্তিশালী পুৰুষ যে তেওঁক মানুহে জগদ্বিখ্যাত নেপোলিয়ন বোনাপাৰ্টৰে সৈতেহে তুলনা কৰিব খোজে।

"ইটালী শক্তিমন্ত হোৱাৰ মুল মন্ত্ৰটো এতিয়া বোধকৰে বৰবৰুৱা ডাঙৰীয়া দেউতাই বুজিলে। আমাৰ হতভাগা ভাৰতৰ মানুহে এই মহামন্ত্ৰৰ মহিমা কেতিয়াবা বুজিবনে? যিদি-নাই বুজি স্বদেশক আগ কৰি, নিজৰ ক্ষুদ্ৰ স্বাৰ্থ, ক্ষুদ্ৰ জাতি আৰু ধৰ্ম্মৰ নামত আচৰা সঙ্কীৰ্ণতাক পিছত ঠাই দিব, সেই দিনাই ভাৰতে পৰাধীনতাৰ লোৰ জিঞ্জিৰি চিঙি স্বৰাজৰ সোণৰ সাতশৰী গলত পিন্ধিব। সেইদিনাই তেত্ৰিশ কোটি ভাৰত-সন্তানৰ প্ৰবল ধলে ভাৰত ধুই-পথালি পবিত্ৰ কৰিব আৰু জলধিৰ পৰা লক্ষ্মী ওলোৱাদি পূৰ্ণ গৌৰৱেৰে ভাৰত-মাতাৰ উদয় হব। সেই ভাৰত-আইৰ চুলিৰ আগে হিমা-লয়ৰ শৃঙ্গ গৌৰীশঙ্কৰ ছুৰ, পূৰ্ব্বঘাট আৰু পশ্চিমঘাট— এই দুই হস্তপদ্মই সন্তান সকলক আকোৱালি ধৰিব, বিন্ধ্য-পৰ্ব্বতৰূপ পদ্ম মালাৰে তেওঁৰ মৃণাল ধৱল কণ্ঠ পৰিশোভিত হব, চন্দ্ৰ-সূৰ্য্য তৰা পতোৱা নীলচন্দ্ৰাতপ তেওঁৰ মূৰত ওৰ খাব, তেওঁৰ পাদোদক গঙ্গা, ব্ৰহ্মপুত্ৰ আৰু কাবেৰীৰ জলে



ভাৰতৰ স্থান পৱিত্ৰ আৰু শস্যশালী কৰিব আৰু তেওঁৰ কোলাত আশ্ৰয় লোৱা দেশী বিদেশী নিৰ্ব্বিশেষে সকলোকে আয়ে বৰাভয় দান কৰি ৰক্ষা কৰি শুভাশীৰ্ব্বাদ কৰিব; আৰু এই পুৰাতন চিৰন্তন ভাৰত মাতৃয়ে আকৌ জগত-শ্ৰেষ্ঠ আসন গ্ৰহণ কৰি ৰহিব। কিন্তু দুখৰ কথা কি কম, আৰু কবলৈ লাজ লাগে, যে আমাৰ ভাৰতীয় সকলৰ ভালেমানে আমাৰ স্বদেশ আৰু জন্মভূমি যে প্ৰথমতে আৰু সকলোৰে আগত, আৰু সঙ্কীৰ্ণ সম্প্ৰদায় বা ক্ষুদ্ৰ স্বাৰ্থ তাৰ পিছতহে এই মহাসত্য পাহৰি, আজি নকটা খেৰৰ নশ মুঠিৰ ভাগ বিচাৰি খোৱা-কামোৰা কৰি নিজৰ সময় আৰু শক্তি নষ্ট কৰি জগতৰ আন মানুহৰ হাঁহিয়াতৰ পাত্ৰ হৈছে। আচৰিত কথা যে তেওঁলোকে নিজৰ মহা-ভুলৰ কথা মনিবকে নোখোজে আৰু লোকে দেখুৱাই দিলে, দেখুৱাওঁতা জনৰ ওপৰত খং কৰি উঠে। অৱস্থাটো অতি শোচনীয় নহয়নে বাৰু? তেওঁলোকে নিজৰ ভৰিত নিজে বাগিকুঠাৰ মাৰিছে, আৰু তেনে নকৰিবলৈ কওঁতাক তেওঁলোকে গালি-শপনি পাৰি খণ্ডত একো নাই হৈছে। এটা পঢ়া-শালিৰ সৰু লৰাইও জানে যে "তৃণৈৰ্গুণত্বমাপন্নৈ বধ্যন্তে মত্ত দন্তীনং" অথচ অতি পণ্ডিত এওঁলোকে সেইটো জানিও নাজানে, দেখিও নেদেখে। দেখিও নেদেখাকে কণা নুবুলি কি বোলা যাব পাৰে? সৰু লৰাক কোৱাদি এই মূৰ্খ বুঢ়া পণ্ডিতসকলক

কোনে কব যে কেইবাখনো শাখা নদী বা কেইবাটাও ম
সৰু সুঁতি গোট খাইহে এখন মহানদী হব পাৰে, অ
সেই মহানদীয়েহে গাওঁ, নগৰ, দেশ, প্ৰদেশক সুজলা-সুফ
কৰি তাৰ শ্ৰীবৃদ্ধি কৰিব পাৰে। বৰবৰুৱা দেউতা, এনে
আপোনাৰ ভাৰতীয় মানুহ। মই কওঁ এই বলি
খনৰ ঠাই "পগলা গাৰদহে"; পুণ্যভূমি ভাৰতবৰ্ষ নহয়
কৰ শিয়ালখনে গাঁত খানি ইয়াত বাহ ললে কব নোৱাৰে

মই মাজু বুৰবুৰণিক কলোঁ, "তইহে বলিয়া হৈছ,
যাক বলিয়া বুলিছ, তেওঁলোক নহয়। তইহে শিয়া
তেওঁলোক নহয়; তেওঁলোক ভাৰতৰ সিংহ। আমি ভাৰত
কেনে সুখ-শান্তিত আছোঁহক, তই কণা, দেখিও দে
নাই। ৰবগছৰ সুশীতল ছাঁত আমি ভাৰতীয় নিদ্ৰানু
নিদ্ৰা এৰি চুৰি ডকাইতি কৰি ফুৰিলেহে আমাৰ সু
হব নেকি?"

———

# টেকেলা বৃত্তান্ত

সুখৰ কথা যে পলৰীয়া তৃতীয়টো বুৰবুৰণি বান্ধোহুৱা ধৰা পৰিল। আজি মই পুৱাই শুই উঠি মোৰ লেখা পঢ়া কৰা মেজৰ কাষত বহিছো মাথোন এনেতে মোৰ টেকেলাই আনি তাক মোৰ আগত হাজিৰ কৰিলেহি। এই বুৰবুৰণিটো লিতা আৰু ভয়াতুৰ। কিন্তু লিতা হলে কি হব? লিতা দুষ্টালিৰ মিতা। মোক দেখি ভয়ত সি থক্থক্ কৰে কঁপিবলৈ ধৰিলে। ইয়াক ক'ত পালি বুলি মই টেকেলাক সুধিলত, টেকেলাই কলে:—

দেউতা আৰু নুসুধিব ইয়াক ক'ত পাই ধৰি আনিছো, দেউতাই শুনিলে হাঁহিয়েই মৰিব! প্ৰথমতে ইয়াক লক্ষীমপুৰৰ খোলা-ভাটি এখনৰ কাষত এজাক মদপীৰে সৈতে বহি মদ খাই ভৰক মাৰি থকা দেখিলো। অলপ আঁৰ হৈ ইহঁতৰ কথা শুনি আছিলো দেউতা। দেখিলো, জাকেই মতলীয়া হৈ পকি পৰিছে। দেখিলো, হঠাৎ এটাই উঠি আন এটাৰ গালত টাপৌৰ কৰে চুমা এটা খালে; আৰু তালৈ যে তাৰ নথৈ মৰম লাগিছে সেইটো এপাচিমান সুৰদি কথাৰে তাক জনালে। সিফালে এটাই কেবাটাও গীতৰ একোডোখৰ ছিঙি আনি জোৰাফোন্দা দি ন-গীত এটা সাজি সেইটো গালে, আৰু আন গোটা-দিয়েকে বাঃ বাঃ কৈ তাক শলাগিবলৈ ধৰিলে। এটাই

ভঙা ভঙা ইংৰাজীৰে কিবাকিবি কৈছিল, আৰু বাকীবো
সানমিহলি হিন্দুস্থানীৰে তাৰ উত্তৰ দিছিল। এটাই সিহঁ
কাষতে দীঘল দি পৰি নাক ঘোৰ্ঘোৰাই মহা সুখে
জুৰি শুই আছিল। এটাই কববাৰ পৰা লাখুটি এ
আনি আন এটাৰ মূৰত তাৰে টাঙোন এটা মাৰিবলৈ যা
তেই যাক মাৰিবলৈ গৈছিল সি তাৰ হাতৰ পৰা লা
ডাল থাপ্ মাৰি ধৰি কাঢ়ি লৈ দেশৰ যতবোৰ বেয়া মা
আছে সেইবোৰৰে তাক গালি পাৰিছিল। এটাই দেশ
ৰিদেশী সকলোবিধ নাচৰে সমাবেশ কৰি দেখুৱাই অলি
বলিয়াকৈ নাচিছিল; আৰু আন এটাই অনাহকতে বোধক
তাৰ পুৰণি বেজাৰ মনত পেলাই লৈ হুৰাওবাৰে কান্দিছিল
তাৰ কন্দা দেখি আৰু এটাই কান্দি কৈছিল, যে তাৰ যে
বছৰীয়া ঘৈণীয়েকে তাক ভাল নাপায়। দেউতাৰ ঘৰ
এই জাকত জিলিকা বুৰবুৰণিটোৱে এটাইবে মাজত ঠিয়
লপ্ লপ্ কৰে কিবাকিবি বক্তৃতা দিছিল। একো এক
বাব ই গান্ধী মহাৰাজক গালি পৰা শুনিছিলো। কাৰণ
মহাত্মা গান্ধীয়ে মানুহক মদ খাবলৈ হাক দিছে। ম
ইয়াৰ কাষ চাপি গলত, ই মোক দেখি তাৰ পৰ
এনে এটা তৰানৰা চিগা লৰ দিলে যে মই পিছে পিছে
খেদা দি গৈয়ো তাক ধৰিব নোৱাৰিলো। খন্তেকৰ পিছতে
হঠাৎ ই কববাত লুকাই ফাট মাৰিলে। তাৰ পাছত তিন
দিনলৈকে ইয়াৰ শুংসূত্ৰ একোকে পোৱা নাছিলো দেউতা।



কিন্তু পুং বিচাৰি বিচাৰি নি তিন দিনৰ মূৰত ইয়াক এখন বাতিখোৱা সবাহত ভকত হৈ বহি থকা দেখিলোঁ। সেই সবাহৰ বৰ্ণনা মই দেউতাৰ আগত দিব নোখোজোঁ। আমাৰ দেশত বৰ সৰু ক'ত ভালেমান মানুহ সেই সবাহত বহিছিল। তেওঁলোকৰ প্ৰত্যেক জনেই হেনো পকা ভকত। তেওঁলোকৰ কথা কবলৈ গলে, মোৰ গালৈকে টান পৰিব— মই দুখীয়া মানুহ দেউতা। ইয়াকে মাথোন কওঁ, যে এই পুতায়ে তাত বাটীয়ে বাটীয়ে ফটিকা পি আৰু মঙহৰ "নোকনুকী" আৰু চৰাইৰ "থপ্থপী" প্ৰভৃতিৰ ভজা আৰু সিজোৱা খাই, সবাহত নাম লগাই দিছিল। নাম-টোৰ প্ৰথম ফাঁকি মোৰ মনত পৰিছে দেউতা, গাওঁ শুনক—

"দেহাৰে ভিতৰে আছে খালে বামে
পিছলি পৰিবা চাবা।"

মই বাহিৰৰ পৰা বেৰৰ জলঙাইদি জুমি চাই আছিলো। কিন্তু বাহিৰত থকা ইহঁতৰ কোনো পহৰীয়াই গম পাই মোৰ ফালে খেদা মাৰি অহাত মই বিস্লাশবদে তাৰ পৰা পলাই গুচি আহিলো। তাৰ পিছত সাত দিনলৈকে ইয়াৰ কোনো ফুটকে উলিয়াব পৰা নাছিলো। ময়ো লুকাই চুৰকৈ ইয়াক প্ৰাণ-পণে বিচাৰি ফুৰিছিলো। চতুৰ্থ দিনৰ দিনা ইয়াক পালো, কিন্তু ভঙুৱা গোটাচেৰেকৰ লগত। দেখিলো ভঙুৱা কেইজন আমাৰ দেশৰ ভাল মানুহৰ শাৰীৰ। সেইদেখি তেওঁলোকৰ নাম কেইটা দেউতাক নকৈ অপ্ৰকাশিত ৰাখিলো। কৰবাত দায়-

জগৰ লাগিলে মই দুখীয়া বিপাঙে মৰিম দেউতা ... ডাঙৰ ভকত কেইজনে চিলিমত ভাং লগাই খাই ... কথাৰ সাতহাল মাৰি আছিল। ই দেখোন হঠাৎ তাৰ মা... উঠি চাপৰি বজাই এবাৰ নাম লগাই দিলে, আৰু এটাইকে ... ভঙুৱাই কিবিলি মাৰি উঠি হাত—চাপৰি বাই নামঘাৰ গা... ধৰিলে। নামঘাৰ মোৰ মনত আছে দেউতা—

"ভাং খাই পগলা হলা মহাদেউ
ভাং খাই পগলা হলা।
বৈকুণ্ঠৰ পৰা গঙ্গাকে নমলা
জটাতে লুকাই থলা॥"

মই আঁতৰৰ পৰা আলেখলেখ চাই থাকি তাৰ পৰা ... কৰে গুচি গলোঁ, কাৰণ ভঙুৱা কেইজন দেউতা ডাঙৰী... শাৰীৰ বৰলোক!

তাৰ পিছত আৰু তিনি দিন গল, ইয়াক কানী... মেল এখনত দেখা পালোঁ। ডিবুৰুৰ ফালৰ বৰহাপ... বাগিছাৰ সীমাৰ বাহিৰত থকা ফালতু কুলি এঘৰত। ... মেলত বাগিছাৰ কুলি আৰু ওচৰৰ গাওঁৰ কেইবাটাও ... আৰু আদহীয়া মানুহ আছিল। ই সিহঁতৰ মাজত ... কেইটা টিকিৰা পুৰিলে, তাৰ লেখ পাহৰিলো দেউতা। ইহঁ... ভিতৰত আলচ চলিছিল, গান্ধীমহাৰাজ আৰু তেওঁৰ ফলী... ভলন্টিয়াৰ বিলাকক বধ কৰিবলৈ। কাৰণ তেওঁলোকে কা... খোৱা বন্ধ কৰিবলৈ গৈছে দেখি। ইহঁতৰ মনত এটা



ধাৰণা হৈছে, সেইটো ভুলেইনে কি কব নোৱাৰোঁ, সম্ভৱতঃ ভুল যে গৱৰ্ণমেণ্ট কানিৰ ফলীয়া আৰু গান্ধী মহাৰাজ ঘোৰ বিপক্ষ। সেই কাৰণে ইহঁতে ইহঁতৰ মেলত কথায় কথায় গৱৰ্ণমেণ্টক একোজোলোকা আশীৰ্ব্বাদ দিছিল, আৰু গান্ধী-ফলীয়া বোৰক গালি পাৰিছিল। সিহঁতৰ মেলৰ ভৰপক উঠোতেই মই সিহঁতৰ মাজত গা দেখা দিলোগৈ! সেই দিনা মই ভেশছন নকৰি, ইচ্ছা কৰিয়েই মূৰত ৰঙা পাগুৰী মাৰি আৰু ককালত দেউতাৰ নাম থকা চাপৰাছখন লগাই গৈছিলো। মোক দেখি সিহঁত এটাইকেইটা ভয়তে চেপেটা লাগিল, আৰু কুজা হৈ মূৰটো দোৱাঁই ৰ'ল। মই দুষাৰ কি এষাৰ ডবিয়াই কথা কলত, এটাই মূৰ নডঙাকৈয়ে যেনে আছিল তেনেকৈ থাকিয়েই কলে—"টেকেলা দেউতা মোক নধৰিবা। কাৰণ মই ইয়াত নাই। মই মানুহ নহওঁ টেকেলা দেউতা! মই ভজা বুটমাহ এটাহে। কোনোবাই এই বুটমাহটো ইয়াত পেলাই গ'ল; বুটলি লৈ খাবলৈ পাহৰিলে।" আন এটাই সেইভাবেই থাকি মাত লগালে—"ময়ো নাই, টেকেলা হুজুৰ! মই কুঁহিয়াৰ এচকলাহে, এইখিনিতে "বে-ওৱাৰিছমাল" হৈ পৰি আছোঁ।" চুকৰ পৰা এটাই মাত লগালে, "মই হলে আন একো নহওঁ টেকেলা ককাই! তোমাক খোলা কথাকে কৈ দিলোঁ। মই গৰাকী নাইকীয়া খালি বাঁহৰ হোকাটোহে, ইয়াতে কাতি হৈ পৰি আছোঁ। সঁচাকৈ কৈছো, মোৰ উঠিবৰ শকতি

নাইকীয়া ককাই।” আন এটাই আন ফালৰ পৰা মাত লগালে,—“মোৰো তেনেকুৱা অৱস্থাই টেকেলা কাই! মই আন একো নহওঁ। এখামোচ গুৱহে মাথোন। দুৰ্ভাগৰে ইয়াতে পৰি আছোঁ, এতিয়া মই মলঙি যাম।

ইয়াৰ ফালে চাই মই ভকৰা মাত দি ইয়াক সুধিলো,—তই ইয়াত কিয়? ই কলে—“মই টিকিবাৰ ধোৱাঁহে ইয়াত কেনেবাকৈ উৰি ওলালোহি। মই ফুৰিবলৈ আহিছিলো। তুমি মোৰ ওচৰৰ পৰা আতৰি যোৱাঁ। তোমাৰ নাকত, মুখত মই সোমাব লাগিলে, তুমি কাহঁতে তৎক্ষণ এৰিবা। তোমাৰ ভালৰ নিমিত্তেহে মই কথাষাৰ কলো।” ইয়াৰ কথা শুনি যদিও মোৰ বৰকৈ হাঁহি উঠিছিল; তথাপি হাঁহিটো “বৰ্দ্দাস্ত কৰি” ইয়াক বেজেৰা মাতেৰে কলো—“ধোৱাঁকো ধৰি লৈ যাব পৰা ক্ষমতা মোৰ আছে। উঠ, এতিয়াই মোৰ লগতে বল, টেঙবালি নকৰিবি। মই তোক ধৰি চোচৰাই নিব লাগিলেও নিম।” মোৰ টান কথা শুনি ই উঠি সুৰ্ সুৰ্ কৰে মোৰ লগত গুচি আহিল। এয়ে ইয়াৰ ইতিহাস দেউতা।

মই হাঁহি টেকেলাক কলো, “ই যদি সচাঁকৈ ধোৱাঁহে, তেন্তে ইয়াক এতিয়া লৈ গৈ মোৰ সেই ধোৱাঁচাঙত তুলি থৈ দেগৈ। পিচত ইয়াৰ বিচাৰ হব।”

---

# ঘূৰণীয়া মেজ মেল

সিদিনা তিনি বুৰবুৰণিৰ কথা কবলৈ গৈ তিনি সংখ্যাতে উজুটি খাই পৰি ৰলোঁ। সিফালে ত্ৰিমূৰ্ত্তি বুৰবুৰণি পলায়ুৰ্দ্ধং। আইন আদালতৰ ভাষাৰে কবলৈ গলে “আচামী ফেৰাৰ”। তাৰ এটাৰ উৰাদিহ পাই আজি তাক ধৰি আনিছো। এই ধৰাক “গিৰিপ্‌দাৰ” বুলিলেই হয়। কাৰণ সি আপোন ইচ্ছাতে আহিবই নুখুজিছিল। সি বিলাতত ওলাইছিলগৈ। “কেনেকৈ তই বিলাত পালিগৈ” বুলি সোধাত সি কলে, এৰোপ্লেনেৰে অৰ্থাৎ আকাশী বিমানেৰে। যাবৰ কেৰেয়া তই ক’ত পালি বুলি সোধাত সি উত্তৰ দিলে——“খিদমদ্‌গাৰৰ কাম কৰি” অৰ্থাৎ বিমান যাত্ৰীৰ খানা-খোৱা মেজৰ কাম কৰিবলৈ লগুৱা হৈ।

চোৰাংচোৱাৰ সহায় লৈ এই পলৰীয়াটোকে বিলাততে “গিৰিপ্‌দাৰ” কৰি অনা হল।

“তই কিয় গৈছিলি?”

“বিলাতত বহা ঘূৰণীয়া মেজৰ মেলখন চাবলৈ গৈছিলোঁ।”

“তাত কি দেখিলি?”

এই প্ৰশ্নৰ উত্তৰত সি ঘূৰণীয়া মেজ মেলৰ কথা এৰি বিলাতৰ বৰ্ণনা দিবলৈ ওলাল। তাক কোনো পধ্যে

ৰখাবই নোৱাৰোঁ। প্ৰথমতে সি কলে—"বিলাতৰ মানুহবোৰ বগা।" মই কলো—"এইটো ন খবৰ।" তাৰ পিছত সি কলে,—"সিহঁতে খায়, শোৱে, আৰু আমাৰ নিচিনাকৈ [illegible] হাঁই কৰে।" মই কলো—"এইটোও নতুন খবৰ।"

"মতাবোৰে ঠেঙা পিন্ধে, তিকতাবোৰে মেখেলা পিন্ধে; কিন্তু মেখেলাখন আঁঠুলৈকে অথবা আঠুৰ ওপৰৰ প্ৰদেশলৈকে উজোৱা। আৰু সিহঁতে আমাৰ কামাখ্যা চাবলৈ আহিলে অহা কামাখ্যা-পৰ্ব্বতৰ মেখেলা উজোৱা বাটেদি নিৰাপদে যোৱা কৰিব পাৰিব।"

মই কলো—"এইটোও নতুন খবৰ।" কিন্তু এনেবোৰ খবৰৰ কথা আৰু কৈ থাকিলে তোৰ মুখত সোপা দি পিঠিত সৌকা মেলিম। আন কিবা কবলৈ আছে যদি ক, বাজে কথা বলকি নাথাকিবি।"

"বিলাতীয়ে এধা-সিজা মঙহ বৰকৈ খায়। পাওৰুটি চকলচেৰেক খায়, আৰু সিজোৱা শাক পাচলি খায়।"

মই কলো, "ভাল কৰে। আমাৰ দেশত মাছ-মঙহ বান্ধোতে হালধি, জালুক, জিৰা, ধণীয়া, তেজপাত এদ খেলিমেলিত মৰিছ আদি ছয়ত্ৰিশ জাতৰ "গৰম মছলাৰ" খেলিমেলিত মাছ মঙহৰ যেনেকৈ কণকঠিয়া মৰা হয়, মাছ মঙহৰ জাত আমাৰ দেশত থাকে বুলি বুকু ডাঠকৈ কবই নোৱাৰি। আছে নে নাই জানিব খুজিলে চাৰিসত্ৰীয়া সকলোকে প্ৰমুখ্য কবি গোসাঁইসকলক আৰু স্মৃতিবত্ন আৰু বিদ্যাবাগীশ



সকলক প্ৰশ্ন কৰিহে সেই সমস্যাৰ প্ৰকৃত ব্যৱস্থা আনিব পৰা যাব। তাৰ আগেয়ে আমাৰ আয়ুৰ্ব্বেদ-শাস্ত্ৰৰ সহায় নিশ্চয় পোৱা যাব; কাৰণ ভজা, পোৰা, খৰিকাত দিয়া আৰু ঘাইকৈ মছলাৰ বলত মাছ মঙহৰ প্ৰত্যেকটোৱে একোটা কালাপাহাৰ হৈ আমাৰ পেটৰ জীৰ্ণ মন্দিৰবোৰ ভাঙিছিঙি তাত অজীৰ্ণৰ দৰবাৰ বহুৱাব লাগিছে।

"বিলাতৰ মানুহৰ এশ জনৰ ভিতৰত ৭৫ জনৰ দাঁত বেয়া; আৰু সেই দেখি তেওঁলোকে দাঁত বন্ধাই লব লগীয়াত পৰে; আৰু সেই বন্ধোৱা দাঁতেৰেই এধাসিজা মঙহ তেওঁলোকে চোবায়। তাৰ "পুলিচমেন" অথাৎ কটোৱালবোৰ বৰ ধোদোঙা; আমাৰ দেশৰ ফৰিং কনিষ্টবল যেন নহয়। তাৰ উপৰি সিহঁত বৰ ভদ্ৰ। বাটত ফুৰা মানুহক সিহঁতে বৰ সহায় কৰে। তাত মই ভাৱনা চাবলৈকো গৈছিলো, নাচো দেখিলো। নট আৰু নটীবোৰৰ পিন্ধা কাপোৰ-কানিৰ বিপৰ্য্যয় বৰকৈ মোৰ চকুত পৰিল। সিহঁতৰ কাপোৰ পিন্ধাৰ গঢ় দেখিলে আমাৰ গাৱঁৰ আলতী-বাইহঁতে কিজানি সিহঁতক নাঙঠাকে বুলিব।"

মই কলো—"চুপ। তই স্বৰ্গলৈ গৈছিলি নে?" সি কলে—"নাই যোৱা।" মই কলো "মই—গৈছিলো। তাত দেখি আহিছো উৰ্ব্বশী মেনকাৰ কাপোৰ প্ৰায় তথৈবচ। এতেকে স্বৰ্গৰ বিদ্যাধৰী সকলৰ এনেকুৱাই কাণ্ড কাৰখানা। তাত মায়া দেখিব নাপায় আৰু আমি নব মনিচৰ কথা

তাত নচলে। আৰু কি দেখিলি ক। আন কথা মোক নালাগে। ঘূৰণীয়া মেজৰ কি দেখিলি ক।"

সি কলে——"ৰাউণ্ডটেবোল মানে যদি ঘূৰণীয়া মেজ হয়, সেইখন মই নেদেখিলো। মেলুৱাই সকলে ঘেৰি বহা মেজখন ঘোঁৰাৰ টাবটো যেনহে। বোধকৰো সি ঘূৰণীয়া হবলৈ যাওঁতেই জাবত ঠেবেঙা লাগি গোট মাৰিলে। যি হওক তাৰে কাষে কাষে বহি শাস্ত্ৰী, ছাপ্ৰু, জয়াকৰ, জিন্না মুঞ্জে, প্ৰভৃতি মেলুৱাই সকলে মেল মাৰিব লাগিছে। আমাৰ দেশৰ শ্ৰীযুত চন্দ্ৰধৰ বৰুৱাকো তাতে দেখিলো। বেচেৰাৰ গা ভাল নহয় হবলা জাৰতে কেকুঁৱাই আছে। মেলুৱাই সকলৰ সৰ্দ্দাৰ হৈছে কোনোবা সত্ৰৰ অধিকাৰ গোসাঁই এজন—নাম আগাৰ্খাঁ। ভাৰতৰ পশ্চিম ফালে হেনো তেওঁৰ সত্ৰ আৰু শিচ আছে; দক্ষিণ আফ্ৰিকাতো। আৰু শুনিলো গোসাঁই জনক শিচবোৰে সাক্ষাত ঈশ্বৰৰ অৱতাৰ ভাবি মান কৰে। আন কি শুনিছো হেনো, অৱশ্যে সঁচা মিছা কব নোৱাৰো, তেওঁৰ গা ধোৱা পানীকো, আমাৰ গঙ্গাজলৰ দৰে চিচাত ভৰাই থৈ সেৱক সকলৰ মাজত বিলোৱা হয়, আৰু সেৱক সকলে সেই জল পবিত্ৰ বস্তু বুলি কিনিও আনে। তেওঁৰ বৰণটো দেখিবলৈ য়ুৰোপীয়ৰ দৰে বগা নহয়; কিন্তু সাজে পাৰে কথায় বাৰ্ত্তায় তেওঁ ছাহাবৰো আওছাহাব। আনকি তেওঁৰ বদন কমল বিলাতী মানুহবহে বৰ চিনাকি, যদিও ভাৰতীয় মানুহৰ পক্ষে



তেনে নহয়। তেওঁ ঘোৰা দৌৰ খেলৰ ওজা। আৰু হেনো বিলাতী মেম বিয়া কৰি সেই জনাক গোসাঁনী পাতি লৈছে। সেই গোসাঁনীৰ গা ধোৱা জল নাইবা পাদোদক নৈষ্ঠিক শিষ্যসকলে পান কৰেনে নকৰে অৱশ্যে নাজানো। এনেজন গোসাঁই ছাহাব ভাৰতীয় মেলুৱৈৰ মূৰ হৈ সেই মেলত বহিছে।"

মই কলো "বেচ কৰিছে। গোসাঁই ঈশ্বৰ প্ৰভু সকলৰ কথাই সুকীয়া। তেওঁলোক স্বৰ্গতো যেনে গোসাঁই মৰ্ত্ত্যতো তেনে। প্ৰভু জগন্নাথ সকল ইচ্ছাময়। তেওঁলোকৰ ইচ্ছাতে জগতখন চলিছে।" তাৰ পিছত "আৰু কি আছে ক", বুলি তাক সোধাত সি কলে—"তাৰ পিছৰ ডোখৰৰ কথা কেনেকৈ কম। আপুনি মোক দেখোন গিৰিপ্দাৰ কৰি আনিলেই। তথাপি এটা কথাত মোৰ মনত খেলাইছে কওঁ। সেই বিলাত প্ৰবাসী ভাৰতীয় মেলুৱৈ-সকলে যিহকে কথন মথন কৰক, তেওঁলোকৰ কথা ভাৰতৰ সৰ্ব্বসাধাৰণে শুনিব বুলি মোৰ মনে নধৰে। তেওঁলোকক ভাৰতৰ সৰ্ব্বসাধাৰণে নিজৰ প্ৰতিনিধি পাতি পঠিওৱা নাই। ভাৰতৰ প্ৰতিনিধি সকল বৰ ফাটকৰ ভিতৰত; আৰু সেই সকলৰ এজনো এই মেলত নাই। এতেকে বিলাতৰ মেলত মেলুৱৈ সকলে গোৱা বোৱাবোৰ খোলাকুটিৰ তাল হব। আৰু বিলাতী সকলে মুখৰ মহলা যিমানকে মাৰক, কাৰ্য্যত তেওঁ লোকৰ জমিদাৰীৰ বাস্তু, ফৰিঙতি আৰু কুপিত মাটিৰ সূচ্যাগ্ৰ

পৰিমিতো সহজে ভাৰতক এৰি নিদিয়ে। যদি কিবা দিয়েও তাক সোঁহাতে দি বাওহাতে কাঢ়ি নিব।”

মই কলো—“তই বৰকৈ কেপ্‌কেপাইছ, বিলাতৰ ৰাউণ্ড টেবোলৰ মেলত মুখৰ মহলা মাৰি থকাবোৰক দেখি তহঁতে মুখৰ মহলা মাৰিবলৈ শিকি আহিছ, আৰু এই অতি অলপ কালৰ ভিতৰতে। টেমছ নৈৰ পানী আমাৰ গঙ্গা ব্ৰহ্মপুত্ৰৰ পানীতকৈ ডাইল দেখিছোঁ। বাৰু যা আজিলৈ শুই থাকগৈ। মোৰো হামি আহিছে, ময়ো বাগৰ এটা মাৰোগৈ।”

---

## নোবেল-প্ৰাইজ

ঘুনুক্‌ ঘানাককৈ শুনিবলৈ পালোঁ বোলে এইবাৰ হেনো সাহিত্যৰ নিমিত্তে “নবেল প্ৰাইজ” ভাৰতীয় এজনক দিব। বাতৰিটো শুনিবৰে পৰা, থিৰাংকৈ কৈছোঁ যে মোৰ “কলৈ যাওঁ গোপাল, কলৈ যাওঁ কপাল” লাগিছে। কিয় কৰ নোৱাৰোঁ, একোবাৰ লৰ মাৰি, মোৰ ঘৰৰ পাছফালে থকা কলনিত সোমাওঁগৈ, একোবাৰ ঢেঁকীশাল পাওঁগৈ এই ভাবিয়ে এদোনমান ধানকে ঢেকী দি বানি পেলাওঁ, যদিও সেইটো কাম মোৰ নহয়; আগেয়ে মই কেতিয়াও কৰা নাই,



একো একোবাৰ লৰি পদুলিৰ মূৰ ওলাওঁগৈ, চাবলৈ কিজানি দীঘল চৰ্কাৰী লেফাফা এটা মোৰ নামে আহিছেই, যাৰ ভিতৰত মোৰ প্ৰাপ্য “নবেল প্ৰাইজৰ” খবৰটো আছে। মোৰ জীৱনত আৰু এবাৰ মোৰ এনেকুৱা হৈছিল। “ডাৰ্বি-ছুইপ” অৰ্থাৎ বিলাতৰ ডাৰ্বি বোলা ঠাইত ঘোৰা খেলৰ সম্পৰ্কে কলিকতাত যি চিঠি খেল হয়, তাৰ টিকিট এটা মই ৰূপ দহ টকা দি কিনিছিলোঁ। কলিকতাত কোনো এটা তাৰিখে ৰাতি ন বজাত সেই চিঠি খেল আৰম্ভ হয়। সেই দিন ৰাতি আঠমান বজাৰ পৰা মোৰ গাত গোসাঁই নাইকীয়া হল। ঘোৰা দৌৰত প্ৰথম হবৰ সম্ভৱ থকা ঘোৰাটোৰ টিকিট কিজানি মোৰ নামত উঠিব ইয়াকে ভাবি মই উৎকণ্ঠাত কঁঠক্‌ কৰে কঁপিবলৈ ধৰিলোঁ। অৰ্থাৎ যদি সেই টিকিটটো মোৰ নামত উঠে, তেন্তে একে জাপেই ৰাৰ কি তেৰ লক্ষ টকাৰ মালিক হম। মোৰ গঢ়-গতি দেখি, আৰু আচলতে কি হৈছে নাজানি, ঘৰৰ ঘৈণীয়ে লৰালৰিকৈ জ্বৰ চোৱা থাৰ্মোমিটাৰডাল আনি মোৰ কাষলটিৰ তলত সুমাই দিলে আৰু অলপ পৰ পিছত উলিয়াই আনি চাই কলে—মোৰ বৰ জ্বৰ, “টেম্পৰেচৰ” ১০৪ ডিগ্ৰী। তেওঁ ডাক্তৰ মাতিবলৈ উখল-মাখল লগাওঁতেই মই হাক দি কলো, “শুনিছানে, বোলো ব্যস্ত নহবা, মোৰ আচল জ্বৰ নহয়, এইটো উপৰুৱা উপসৰ্গ। ভাঙিয়েই তোমাক কথাষাৰ কওঁ। তুমি জানা যে ‘ডাৰ্বি ছুইপৰ’ মই টিকিট এখন কিনিছিলোঁ।

আৰু আধাঘণ্টাৰ পিছতে সেই চিঠিখেল আৰম্ভ হব। জানি দৌৰত প্ৰথম হব লগীয়া ঘোৰাটো মোৰ নামত উঠে তাকে ভাবি মোৰ এনেকুৱা হৈছে! অলপৰ পিছতে মো গা চেঁচা পৰি যাব। যদি সেইটো মোৰ নামত উঠে খু সম্ভৱ উঠিব, তাৰ আধখিনি অৰ্থাৎ ছ লাখ টকা মই তোমাৰ দিম, নিশ্চয় জানিবা।” ঘৰৰ ঘৈণীয়ে মোৰ কথা শুনি হাঁহিয়েই অস্থিৰ। মোৰ এই প্ৰবন্ধ পঢ়োতা পাঠক-পাঠিকা যদি কৰ বাত কোনোবা আছে, তেওঁলোকক কওঁ,—বোপাইহে, আইহে, মোৰ মনৰ ভাবৰ খেলিমেলিৰ কথা কেইষাৰ তোমালোকৰ আগত কলো বুলি, তোমালোকে নাহাঁহিবা। মই পেট খোলা মানুহ। হাঁহিলে তোমালোকৰ দাঁত ওলাব, মোৰনো কিটো হব? আৰু বাস্তৱিকতে, তোমালোকে হাঁহিবকেই বা জানা কি ফুটুকাৰ ফেন সোপা। মই কওঁ, হাঁহিৰ নামত ফেকুন্দ দাঁত কেইটা চেলাব নালাগে, আৰু তাকেই হাঁহি বুলি সন্তোষ লভিবৰো কোনো সকাম নাই। অৱশ্যে জানো যে তোমালোক দোলাৰ নামে শিকিয়াত যোৱা মানুহ, আৰু গাখীৰৰ নামে পানীকে খোৱা মানুহ। ঠিক যেন মধ্বাভাবে গুড়ং। তোমালোক জপৰ্জল আৰু তোমালোকৰ গড়-গতি চেলেং-পেটেং, সচাঁ কথা কবলৈ গলে, এই পৃথিবীত তিনি জন মানুহে হাঁহিব জানিছিল। প্ৰথম জন পুৰণিকলীয়া গ্ৰীচ দেশত আছিল, তেওঁৰ নাম এৰিষ্টফেন্‌ছ (Aristophanes)। দ্বিতীয়জন স্পেইনত আছিল, তেওঁৰ নাম চাৰ্ভেণ্টিছ (Cervantes)।



তৃতীয়জন জনবুলৰ দেশত আছিল, তেওঁৰ নাম জনাথানছুইফ্‌ট্ (Jonathan Swift)। চতুৰ্থজনৰ কথা নকলেও হব; কাৰণ তেওঁ তোমালোকে হাতে ঢুকি পোৱাতে অৰ্থাৎ তেওঁৰ নিবাস জকাইচুকতে। মোট কথা, লোকে হাঁহকে বা কান্দকে, ৰবৰুৱা কৃপাবৰে নবেল প্ৰাইজ পোৱা সম্ভাৱনাৰ যিটো জক তেওঁৰ গাত উঠিছে, সি সহজে নমৰে।

তোমালোকে কব পাৰা, যে ৰবৰুৱাইনো কিহৰ বাবে নবেল প্ৰাইজ পাব? মই ওলোটাই তোমালোকক সোধোঁ, কিহৰ বাবেনো তেওঁ নেপাব কোৱাঁচোন? যদি কবীন্দ্ৰ ৰবীন্দ্ৰই গীতাঞ্জলি নামে পদ্য কিতাপ এখন লেখিয়েই নবেল প্ৰাইজ পায়, মইনো মোৰ বিখ্যাত কাব্য কিতাপ “চিলা” লেখি নাপাম কিয়? গীতাঞ্জলিতকৈ মোৰ “চিলা” কোন গুণত কম? বৰং হেজাৰ গুণে শ্ৰেষ্ঠ। ‘চিলাক’ আজিলৈকে কোনো Push কৰা অৰ্থাৎ ঠেলি আগবঢ়াই দিয়া নাই দেখিয়েই ভেকুৰা লাগি পৰি আছে। ৰবীন্দ্ৰ বাবুৱে গীতাঞ্জলি খন বঙলা ভাষাত লেখি তাৰ ইংৰাজী তৰ্জ্জমা কৰি নবেল পৰীক্ষাত সোধাইছিল। মোৰ চিলা খনকে তেনেকৈ ইংৰাজীলৈ ভাঙি সোধাই দিলেই দেখোন কাৰ্য্যসিদ্ধি। ৰবীন্দ্ৰ অৱশ্যে ডাঙৰ মানুহ। Biblical language অৰ্থাৎ বাইবেলৰ ইংৰাজী ভাষাৰ নিচিনা ভাষাত তেওঁ তেওঁৰ বঙলা গীতাঞ্জলিখন অনুবাদ কৰাই কিল্লাফতে কৰিলে। ময়ো তাকে নকৰাত বাধা কি? অৱশ্যে ইংৰাজী ভাষাত মোৰ দখল লৰক্-ফৰক, কিন্তু

আৰু আধাঘণ্টাৰ পিছতে সেই চিঠিখেল আৰম্ভ হব। কি জানি দৌবত প্ৰথম হব লগীয়া ঘোৰাটো মোৰ নামত উঠে তাকে ভাবি মোৰ এনেকুৱা হৈছে। অলপৰ পিছতে মোৰ গা চেঁচা পৰি যাব। যদি সেইটো মোৰ নামত উঠে সম্ভব উঠিব, তাৰ আধখিনি অৰ্থাৎ ছ লাখ টকা মই তোমাৰ দিম, নিশ্চয় জানিবা।" ঘৰৰ ঘৈণীয়ে মোৰ কথা শুনি হাঁহিয়েই অস্থিৰ। মোৰ এই প্ৰবন্ধ পঢ়োতা পাঠক-পাঠিকা যদি কৰ বাত কোনোবা আছে, তেওঁলোকক কওঁ,—বোপাইহে, আইহে মোৰ মনৰ ভাবৰ খেলিমেলিৰ কথা কেইযাৰ তোমালোকৰ আগত কলো বুলি, তোমালোকে নাহাঁহিবা। মই পেট খোলা মানুহ। হাঁহিলে তোমালোকৰ দাঁত ওলাব, মোৰনো কিটো হব? আৰু বাস্তৱিকতে, তোমালোকে হাঁহিবকেই বা জানা কি ফুটুকাৰ ফেন সোপা। মই কওঁ, হাঁহিৰ নামত ফেকুন্দা দাঁত কেইটা চেলাৰ নালাগে, আৰু তাকেই হাঁহি বুলি সন্তোষ লভিবৰো কোনো সকাম নাই। অৱশ্যে জানো যে তোমা- লোক দোলাৰ নামে শিকিয়াত যোৱা মানুহ, আৰু গাখীৰৰ নামে পানীকে খোৱা মানুহ। ঠিক যেন মধ্যভাবে গুড়ং তোমালোক জপৰ্জল আৰু তোমালোকৰ গঢ়-গতি চেলেং- পেটেং, সচাঁ কথা কবলৈ গলে, এই পৃথিবীত তিনি জন মানুহে হাঁহিব জানিছিল। প্ৰথম জন পুৰণিকলীয়া গ্ৰীচ দেশত আছিল, তেওঁৰ নাম এৰিষ্টফেন্‌ছ (Aristophanes)। দ্বিতীয়জন স্পেইনত আছিল, তেওঁৰ নাম চাৰ্ভেন্টিছ (Cervantes)



তৃতীয়জন জনবুলৰ দেশত আছিল, তেওঁৰ নাম জনাথানছুইফ্‌ট্ (Jonathan Swift)। চতুৰ্থজনৰ কথা নকলেও হব; কাৰণ তেওঁ তোমালোকে হাতে ঢুকি পোৱাতে অৰ্থাৎ তেওঁৰ নিবাস জকাইচুকতে। মোট কথা, লোকে হাঁহকে বা কান্দকে, বৰবৰুৱা কৃপাবৰে নবেল প্ৰাইজ পোৱা সম্ভাৱনাৰ যিটো জক তেওঁৰ গাত উঠিছে, সি সহজে নমৰে।

তোমালোকে কব পাৰা, যে বৰবৰুৱাইনো কিহৰ বাবে নবেল প্ৰাইজ পাব? মই ওলোটাই তোমালোকক সোধোঁ, কিহৰ বাবেনো তেওঁ নেপাব কোৱাঁচোন? যদি ৰবীন্দ্ৰ বাবীন্দ্ৰই গীতাঞ্জলি নামে পদ্য কিতাপ এখন লেখিয়েই নবেল প্ৰাইজ পায়, মইনো মোৰ বিখ্যাত কাব্য কিতাপ "চিলা" লেখি নাপাম কিয়? গীতাঞ্জলিতকৈ মোৰ "চিলা" কোন গুণত কম? বৰং হেজাৰ গুণে শ্ৰেষ্ঠ। 'চিলাক' আজিলৈকে কোনো Push কৰা অৰ্থাৎ ঠেলি আগবঢ়াই দিয়া নাই দেখিয়েই ভেকুৱা লাগি পৰি আছে। ৰবীন্দ্ৰ বাবুৱে গীতাঞ্জলি খন বঙলা ভাষাত লেখি তাৰ ইংৰাজী তৰ্জ্জমা কৰি নবেল পৰীক্ষাত সোধাইছিল। মোৰ চিলা খনকে তেনেকৈ ইংৰাজলৈ ভাঙি সোধাই দিলেই দেখোন কাৰ্য্যসিদ্ধি। ৰবীন্দ্ৰ অৱশ্যে ডাঙৰ মানুহ। Biblical language অৰ্থাৎ বাইবেলৰ ইংৰাজী ভাষাৰ নিচিনা ভাষাত তেওঁ তেওঁৰ বঙলা গীতাঞ্জলিখন অনুবাদ কৰাই কিল্লাফতে কৰিলে। ময়ো তাকে নকৰাত বাধা কি? অৱশ্যে ইংৰাজী ভাষাত মোৰ দখল লৰক্-ফৰক্, কিন্তু

অলপ ধন ভাঙিলেই বাট ফৰকাল। ইংৰাজী ভাষাত দখল থকা এজনৰ হতুৱাই সেই কৰ্ম্মটি কৰাই ললেই দেখোন হৈ পৰে। "নট্ এ বেড্ আইডিয়া" কি বোলা ?

মোট কথা আৰু মানে কথা এই দুইটাৰ মাজতে ধৰি কওঁ যে, এইবাৰ মই "নবেল প্ৰাইজ" লমেই লম। মোৰ "চিলা" যদি বাপৰ বেটা চিলা হয়, তেন্তে এই প্ৰাইজ সি থাপ্ মাৰি আনিবই। তোমালোকে চিলাক কম পদাৰ্থ বুলি ভাবিবা। মোৰ "চিলা" কবিতাৰ কিতাপত সকলো বিধৰ চিলাৰ কথা আছে, যেনে:—দোল লগাই আকাশলৈ উৰাই দিয়া কাকতৰ চিলা; ৰৰদৈ চিলা। আৰু কিবা বোলেনে-অমুকীৰ জীয়েকক ধৰি উৰাই লৈ গৈ বৰগছৰ আগত সজা বাহত তুলি থৈ ডাঙৰ দীঘল কৰি সাউদৰে সৈতে বিয়া দিয়া চিলা, যাৰ সেই তোলনীয়া জীয়েকক চিলনীৰ জীয়েক বোলে আৰু যিজনী চিলনীৰ জীয়েকে—

আগলি কলাপাত লৰে কি চৰে।
চিলনী আই মোৰ আগতে পৰে।

বুলি বিনাই চিলনী মাকক মাতিছিল। এই বৰ্ণনাৰ উপৰিও যি চিলাই আকাশত উৰি বনাই ফুৰি, গৃহস্থৰ চোতালত চৰি থকা হাঁহ পোৱালী, কুকুৰাপোৱালী থাপ্ মাৰি লৈ যায়।

কাকতৰ চিলাৰে বেঞ্জামিন ফ্ৰেঙ্কালিনে আকাশী বিজুলী ধৰিছিল। কাকতৰ চিলা উৰাই কলিকতা মহানগৰীৰ ঘৰৰ চালত লৰাই ইটোৰ চিলাৰ সূতা সিটোৱে কাটি, সিটোৰ



ইটোৱে কাটি, কটা চিলাৰ অধিকাৰী হৈ বীৰত্ব প্ৰকাশ কৰে, আৰু সেই মহৎ কাৰ্য্যত লিপ্ত থাকি বছৰি দুটা-চাইটা চিলাবাহাদুৰ লৰা দুতলীয়া তিনতলীয়া ঘৰৰ চালৰ পৰা তলৰ মাটিত পৰি, ৰেল জাহাজৰ ভেৰোণ নিদিয়াকৈ যমৰ ঘৰলৈ যায়।

ৰৰদৈচিলাৰ কথা অসমত কোনে নাজানে ? এই ৰৰদৈ চিলাই বহাগৰ বিহুত মাকৰ ঘৰত যেতিয়া বিহু খাবলৈ যায়, তেতিয়া তাৰ প্ৰভাৱ কোনে নেদেখি আছে ? পুৰণি কালত সেই দেখিয়েই কোচবিহাৰৰ সুবিখ্যাত ৰজা মল্ল নাৰায়ণৰ বীৰ ভ্ৰাতাক চিলাৰায় বুলিছিল।

এতেকে হে সমাজৰ লোকসকল ! এইবাৰ ৰৰবৰুৱা কৃপাবৰে নবেল প্ৰাইজ নিয়াত তোমালোকে সন্দেহ নকৰিবা। অধিকন্তু, তেওঁ প্ৰাইজ পালে, তোমালোকক পেট ভৰাই ভোজ ভাত খুৱাই দিবলৈ ৰাজী আছে। সেই ভোজৰ খাদ্যৰ 'লিষ্টি' লাগে যদি আগেয়ে কৰি কৈ দিওঁ। যথা:— এজকা ভাত, এনাও মাটিমাহৰ আঞ্জা, ডাঙৰকৈ ডোখৰ ডোখৰ কোমোৱাৰে টেঙা দিয়া বৰকাছ বা বৰগলা মাছৰ আঞ্জা আৰু ঠাই বুজি কোনোটো ভোজত ৰাজহাঁহ, পাতিহাঁহো থাকিব পাৰে। আজি মোৰ বৰ উছাহ হৈছে, মনটো উৰুলীকৃত হৈ পৰিছে। সেই বাবে গীত গাবৰ মন গৈছে। এটা গাওঁ শুনা,—

মই নবেল প্ৰাইজ পাম।
হাঁহ মাৰি ভোজ খাম।

———

# মনুষ্য-পুৰাণ (২)

এইখন পুৰাণ ওঠৰখনৰ বাহিৰৰ। কৰ্ত্তাও স্বকীয়া কৰ্ত্তা মৎস্যগন্ধাৰ পুতেক ব্যাস বাপু নহয়; পদ্মগন্ধাৰ পুত্ৰ ববৰুৱা ব্ৰাহ্মণ। যি কেইটা লক্ষণ থাকিলে পুৰাণক পুৰাণ বুলি কয় সেইকেইটাৰ এটাও এই পুৰাণত নাই। তথাপি ববৰুৱাই ইয়াক কিয় পুৰাণ বুলিলে সেই কথা ভাবিবলৈ তোমালোকলৈ থলোঁ। যি ভাবি চিন্তি এই সাঁথৰ ভাঙি দিব তেওঁক ববৰুৱাই, তলত নাম কাঢ়ি দিয়া বস্তুকেইটাৰ এটা দিব।

(১) খোবাখুবুনীৰ উপাখ্যান।

(২) কুকুৰীকণাৰ আঠমঙলা

অথবা

(৩) এটা ডাঙৰ চিলিম

নাইবা

(৪) এটুপলি "হাৰাগাবী" বা কেচিমাৰ্কা চিগাৰেট

নাইবা

(৫) বিশ্ববিখ্যাত, "দেশবন্ধু বিৰি" অৰ্থাৎ কেন্দু পাতেৰে মেৰোৱা ফপহুতা ধঁপাতৰ কুটা পাতৰ ওপৰত চিত্তৰঞ্জন দাসৰ মূৰ্ত্তি। দেশবন্ধু চিত্তৰঞ্জনৰ স্বৰ্গাৰোহণ হৈছিল বুলি ববৰুৱাৰ বিশ্বাস, কিন্তু বিৰিৱলাই তাৰ বিপৰীত বিশ্বাসৰ পৰিচয় দিলে। কোনটো সঁচা, কোনটো মিছা, ঈশ্বৰে জানে।



এই পুৰাণত মনুষ্য কাক কয় প্ৰথমতে তাৰ সংজ্ঞা দিয়া হৈছে। মুখ, কাণ, নাক, চকু, মূৰ; কঁকাল, কলাফুল, হাত, ভৰি, আঠু, সৰুগাঁঠি, ভৰিৰ পতা ইত্যাদি আহুকালবোৰ থকা জীৱবোৰকে মানুহ বোলে। আচৰিত কথা যে এই জন্তুটোৱে মুখেৰে খায়, চকুৰে দেখে, নাকেৰে শুঙে, কাণেৰে শুনে, কঁকালেৰে হালে জালে, কলাফুলৰ বলত বেগাই খোজ কাঢ়ে আৰু ফটিকা বা ভাং খাই সৰু গাঁঠিৰ সহায়ত সৰু সুৰা থাৰে বা খাল জপিয়াই পাৰ হৈ ভৰিৰ পতাৰ ওপৰত থিয় দি, নাইবা বাগৰি পৰি ওৰেৰাতি খালতে শুই থাকি ভদ্ৰলোক হৈ মানুহবোলাই ফুৰে; যদিও, সি মানুহৰ সংজ্ঞাত পৰাত অনেক ব্যাঘাত। এই সংজ্ঞা অমৰকোষত নাই, হেমকোষত নোপোৱা, বিশ্বকোষত পালেও পাব পাৰা, কিন্তু সেই কোষ এতিয়া প্ৰস্তুত হোৱা নাই।

ববৰুৱাৰ নতুন মনুষ্য পুৰাণত যি লিপিবদ্ধ হৈছে, তাৰ synopsis অৰ্থাৎ সঙ্ক্ষেপ সাৰোদ্ধাৰৰ এক কণিকা আজি দিম। বিস্তাৰিত বৰ্ণনা বিস্তৃত গ্ৰন্থত দিয়া হৈছে; আৰু তাৰ পাতনি মহামহোপাধ্যায় প্ৰত্নতাত্ত্বিক পণ্ডিত মিহিৰ চন্দ্ৰ বাচস্পতি মহোদয়ে লেখি কৈছে—"monumental" অৰ্থাৎ কলচীৰ টিং-ছোৱা। দুখৰ কথা ববৰুৱাৰ আবিৰ্ভাৱৰ আগেয়ে ব্যাসৰ তিৰোভাব হল, নতুবা তেওঁ এই বিৰাট গ্ৰন্থকো তেওঁৰ পুৰাণবাজিৰ অন্তৰ্গত কৰি ললেহেঁতেন।

বিশ্বাস কৰিবা মানুহৰ প্ৰকাৰ নিৰান্নবৈটা। মানুহ

মানুহ। অথচ এটাবে সৈতে আনটো নিমিলে ভাব… গঢ়তো। উদাহৰণ দিওঁ।

এবিধ মানুহ আছে, যি খুব [খাব পাৰে। এইবিধ খো… শাস্ত্ৰত গুৰুভোজন বুলিছে। "আদ-মোনী কৈলাশৰে" … আৰম্ভ কৰি "পাচসেবীয়া" ভক্তি বিলাসলৈকে মানুহ … শাৰীত পৰে। আদমোনী কৈলাশ কাক বুলিছো … কওঁ। তাহানি লৰাকালত কলিকতাত থাকোতে কে… শুনিছিলো যে কৈলাশ নামৰ বঙালী এজনে আদমোন মি… খাব পাৰে, সেইদেখি তাৰ নাম মানুহে আদমোনী কৈল… দিছে। বৰ মন গল যে সেই খাৰৈয়া মহাপুৰুষ কৈলা… মূৰ্ত্তি আৰু শকতি সোঁ-চকুৰেই এবাৰ দেখি লওঁ। … সময়ত আমাৰ দেশৰ শ্ৰেষ্ঠ পুৰুষ ৰায় বাহাদুৰ গুণাভি… বৰুৱা ডাঙৰীয়া কলিকতাত আছিল। "প্ৰশান্ত পুৰু… আনন্দময়" বৰুৱা ডাঙৰীয়াৰ আমি ওচৰ চাপি তেখে… আগত আমাৰ অন্তৰৰ গুপুত বাসনা জনালোঁ। তেখে… ততালিকে আমাতকৈও উৎসাহ দেখুৱাই কলে যে কাই… কৈলাশক ইয়ালৈ মাতি আনি খুৱাম, তোমালোকে আহিব… হঁক। যেনে কথা তেনে কাম। পিছদিনা আবেলি বৰু… ডাঙৰীয়াৰ ঘৰত আদ-মোন কৈলাশৰ শুভাগমন; আৰু বৰু… ডাঙৰীয়াৰ খৰচত কিনি অনা মূঠতে আদমোন সন্দে… ৰসগোল্লা, কচুৰি, শিঙৰা আদিৰ পৰিভোজন আৰু দৰ্শকবৃন্দ… হৰ্ষিত দৰ্শন। আমি কৃতাৰ্থ হৈ ভাবিলোঁ, কৈলাশ পৰ্ব…



নহয়, কৈলাশ মহাপুৰুষ, আৰু সেই পৰ্ব্বতৰ টিঙত উঠিবলৈ পুৰুষাৰ্থ নকৰি ভৈয়ামতে আমাৰ মহাপুৰুষ দৰ্শন ঘটিল। আজি কালিৰ আৰ্ল-ল-কলেজৰ গধুৰ প্ৰিন্সিপেল বেৰিষ্টাৰ-এট্-ল ছাহাব তেতিয়া আমাৰ মাজত জ্ঞান বোপা নামেৰে পৰিচিত, যি এই লেখকৰ কোলাত ঘনে ঘনে অধিৰোহণ কৰাৰ নিমিত্তে লেখকৰ কোলা কাঠ বান্ধিছিল। সেই দেখি ওপৰত দিয়া আখ্যানটো যদিহে তেওঁৰ অবিদিত তথাপি তাৰ প্ৰতিবাদ এই লেখকে তেওঁৰ পৰা গ্ৰহণ নকৰে।

ভক্তিবিলাস দুৰৰী বাৰসায়ী। যাক আজি-কালি "দৰোৱান" বোলে। সি নিজৰ খৰচত দিনৌ এপোৱা আটা গুড়িৰ ৰুটি খাইছিল, তাকো এট্‌কেন-মেট্‌কেন কৰি। কিন্তু লোকৰ খৰচত হলে সি সেই ঠেন্-মেঠেন্ পৰিহাৰ কৰি উছাহ দেখুৱাই কৈছিল, "গৰিব পৰ্‌বৰ্, পান্‌সেৰ নাহি হোনেসো পেট নাহি ভৰেগা," আৰু যেনে কথা তেনে কাৰ্য্য।

আৰু এবিধ মানুহ আছে, যাৰ খোৱা কাৰ্য্যৰে সৈতে সদায় সতিনী আঁহ। তেওঁলোকৰ ভিতৰৰ পৰা তিনি জনক কাঢ়ি আনি আমাৰ আজিৰ পুৰাণৰ ভিতৰুৱা কৰি ললো। প্ৰথম জন কলিকতাৰ সুবিখ্যাত জমিদাৰ মহাৰাজা যতীন্দ্ৰমোহন ঠাকুৰ। দুখৰ বিষয় ইমানবোৰ ধন-বিত ভাঙি সজা নিজৰ সুশোভন "টাগোৰ কাছোল" পৰিত্যাগ কৰি তেখেতে আজি-কালি স্বৰ্গত বসতি কৰিছে। দ্বিতীয়জনো কলিকতাৰে ডাঙৰ মানুহ, আৰু এতিয়া স্বৰ্গবাসী। নাম কালীকৃষ্ণ প্ৰামাণিক,

বিস্তৃত জমিদাৰী, বাগানবাড়ী, "কলিয়ৰী" আৰু ব্যৱসায় বাণিজ্যে সৈতে জাহাজ মেৰামত কৰা "কেলেডনিয়া ডকৰ" গৰাকী আছিল। দিনৌ দুইলৈকো ছত্ৰিশ ব্যঞ্জনেৰে বন্ধা বঢ়া হৈছিল কিন্তু ভোজন সুখৰ ঠাইত মাথোন দৰ্শন সুখহে তেওঁলোকৰ কপালত ঘটিছিল। প্ৰথম জনে চাগুদানা আৰু দ্বিতীয়জনে আমলখিৰ মৰপা এটি মাথোন ভোজন কৰিছিল। একো একো দিনা, সেই আমলখিটিয়েও "ছিভিল ডিছওবিডিয়েঞ্চ" অৰ্থাৎ সত্যাগ্ৰহ কৰি তেওঁৰ উদৰৰ আইন অমান্য কৰি ওলাই আহিছিল। তৃতীয়জনৰ বিষয়ে ভয়ে ভয়েহে কব পাৰো। কাৰণ তেওঁ যদি জানিব পাৰে যে তেওঁৰ বিষয়ে কাকতে পত্ৰই কথন-মথন চলিছে,—আৰু কাৰ দ্বাৰাই? তেওঁৰ ককাদেউতাক শ্ৰীযুত ববৎকৰাৰ দ্বাৰাই, তেন্তে ককাদেউতাকৰ পিঠিত কিলৰ শিল বৃষ্টি ঘটিবৰ সম্ভাৱনা নাই বুলি বুকু ডাঠকৈ কব নোৱাৰো। কপালত যি থাকে থাকক, তথাপি চকুমূৰ মুদি কওঁ যে লেখা-পঢ়াত তেওঁৰ যিমান অভিৰুচি তাৰ যোল ভাগৰ এভাগো যদি, ভোজনত থাকিলহেঁতেন, তেন্তে মিৰ্ জুমলাই অসম আক্ৰমন কৰা দি তেওঁক লগত লৈ ববৎকৰাই এই কুৰি শতিকাৰ আগভাগত অসম আক্ৰমন কৰি অসম বুৰঞ্জীৰ পাতৰ ভিতৰত নিবাস কৰিলেহেঁতেন। সেই বুৰঞ্জী অগুণকাৰী অসমীয়াই তেহেলৈ ধোৱাঁ চাঙতে থৈ এলান্ধুকলীয়া কৰক, নাইবা ফটা কাকতৰ পাচিত থৈ টুকুৰা টুকুৰ কৰক. তালৈ তেওঁ ভ্ৰূক্ষেপ নকৰিলেহেঁতেন। কিন্তু মনৰ কথা মনতে



মাৰ যাবলগীয়া হয়, কাৰণ ববৎকৰাৰ নাতি লৰাৰ ভোজনত অৰুচি, আৰু ফলত, বঙালীত কবৰ নিচিনা, সেই ক্ষুদ্ৰ মনুষ্যটি তাল পাতৰ ছিপাহী।

এজাতৰ মানুহ আছে যি কোনোকালে কদাপিও টোপনিৰ আটকত নপৰে। টোপনি তাৰ নিমিত্তে যেন আমাৰ ৰুদ্ৰসিংহ স্বৰ্গদেওৰ দুৱাৰ মেলি থোৱা বৰ ভড়ালটোহে। ভড়ালৰ কথাকে নকওঁ, সি যলৈকে যাওক শ্ৰীযুত বঙামুৱা ককাইৰ কুকুৰটো তেওঁৰ পিছে পিছে যোৱাদি তাৰ পিছে পিছে কুৰ্ কুৰ্ কৰে লৰ দিব আৰু সি ঔচ বুলি আঙুলিয়াই দিলেই তাৰ দুচকুত ধৰিব। মুঠতে খেৰনিয়ে বননিয়ে তাৰ টোপনি। এই জাতৰ অনেক মানুহক ববৎকৰাই দেখিছে। আজি মাথোন এজনৰ কথা কোৱা যাব।

বিখ্যাত অসমীয়া সদাগৰ বি, বৰুৱা অৰ্থাৎ স্বৰ্গীয় ভোলানাথ বৰুৱাৰ নাম অসমীয়াই শুনিছে। তেখেতৰ এটা লগুৱা আছিল, তাৰ নাম হীৰামন। উপাধি কঁহাৰ। কুম্পনীৰ দিনত কুম্পানীৰ সকলো কথাতে "হয় হুজুৰ" বুলি সি সেই খিতাপ ঘটা নাছিল, তাৰ পূৰ্ব্বপুৰুষ সকলে কোবাই ঢৰিয়াই কাঁহী-বাতি-লোটা কলহ প্ৰস্তুত কৰি, প্ৰথমতে হাতত পানী জোলা ফুটাই দ্বিতীয়তে কাঠ বন্ধাইহে সেই উপাধি পাইছিল। বি, বৰুৱা ডাঙৰীয়াই তেওঁৰ জীৱনৰ শেহছোৱাৰ সৰহ ভাগ বেলত ফুৰি কটাইছিল, আৰু তাৰে বছৰচেৰেকত কঁহাৰ উপাধিধাৰী কল্যাণীয় হিৰামন লগুৱা ছাঁৰদৰে তেওঁৰ লগে লগে

ফুৰিছিল। ওবে ৰাতি ঘণ্টাত ত্ৰিশ ছল্লিশ মাইল হিচাপে ৰেলগাড়ী চলিছে, গাৰীৰ খোটালিৰ ভিতৰত ঠেক চলিপিবা পৰা বিচনাত শুই বৰুৱা ডাঙৰীয়া দুৰ্যোৰ নাসিকাগৰ্জ্জন কৰিছে, আৰু বেচেৰা হীৰামনে সেই খোটালিত সংলগ্ন, মুখ-হাত ধোৱা খোটালিৰ দুৱাৰ মুখত থিয় দি দুৱাৰৰ হাকোটাত খামোচ মাৰি ধৰি চকু মুদি নিজৰ যুগল নাকেৰে গৰাকী ডাঙৰীয়াৰ ততোধিক গাজনিৰ সমানে সৰু সৰু সমিধান দিছে —ঠিক যেন বাপেক বাঘৰ গাজনিৰ প্ৰত্যুত্তৰ ওচৰতে থকা পোৱালী বাঘে দিছে। কিন্তু ওবে ৰাতি সি সেই দৰেই ঠিক হৈ যাব লাগিছে তাৰ হাতৰ বজ্ৰলেপ খামোচ মুকলি নহয়, আৰু সি টলপ কৰে বাগৰি নপৰেও। বৰুৱাই এঘণ্টা আৰু ঘণ্টাৰ মাজে মাজে, বিভীষণ ভাৱে "ঘোট" কৰি তেওঁৰ নাসিকা গৰ্জ্জনৰ এক আধ্যা পেলাই, পুনৰ নতুন আধ্যা আৰম্ভ কৰিবৰ জোৰাতে মাতিছে—"হীৰামন"। আৰু হীৰামনে ততালিকে টোপনিৰ বৈকুণ্ঠৰ পৰা নামি আহি অকুণ্ঠিত ভাৱে একে আষাৰে জবাব দিছে—"হুজুৰ"।

আৰু এবিধ মানুহ আছে সিহঁতক মই কাৰে সৈতে তুলনা কৰিম, আজিলৈকে ভাবি নাই পোৱা। সেই বিধ মানুহৰ টোপনি ঠিক যেন শাওণৰ লেল্ পেল্ নিছিগা বৰষুণৰ ধাৰহে। ঠিক যেন গিৰিয়েকৰ অতিৰিক্ত আদৰ পাই কথায় কথায় লেনিওৱা তিৰুতাহে। ঠিক যেন পাগত উঠা টনা গুড়হে। এই কেইটা উদাহৰণ দিও মই কিন্তু তৃপ্তি



নহলো জানি থবা। এই বিধ মানুহৰ মুখ চকু দেখিলে ঠিক মনত খেলায় যেন উত্তৰ মেৰু প্ৰদেশত বৰফৰ যেনেকৈ চিৰ বসতি, তাৰ মুখ, চকুতো টোপনিৰ সেই দৰে চিৰ বসতি। সি যে চকু মেলি আমাৰে সৈতে কথা কয় সেইটো আমি দুখিতৰ প্ৰতি তাৰ কৃপা প্ৰদৰ্শন মাথোন! তাৰ সততে মুখ ওন্দোলোৱা, চকুৰ পিৰিকতি উখহা; আৰু কি কি উখহা ওন্দোলোৱা, গোসাঁয়েহে জানে, আৰু নকওঁ।

এই গল টোপনিৰ বহতীয়াবোৰৰ পৌৰাণিক সংক্ষিপ্ত বিবৰণ। ঢালৰ সিপিঠিৰ দুটা এটাৰ কথা কওঁ।

এবিধ আছে, তাৰে সৈতে টোপনিৰ সম্বন্ধটো অশ্ব-মহিষৰ, অৰ্থাৎ ঘোৰা আৰু ম'হৰ ভিতৰৰ সম্বন্ধ। ঘোৰাই ম'হক ককাই বুলি সম্বন্ধ ধৰি মাতিলেও ম'হে যেনেকৈ সেই সম্বন্ধ অগ্ৰাহ্য কৰি তালৈ শিং পাতি আহে, সিও টোপনিক বাই বুলি মাটিবলৈ গলেও টোপনিয়ে দূৰৰে পৰা তালৈ লাথি দেখুৱায়। সি আগদুৱাৰেদি ঘৰত সোমালে টোপনি পিছদুৱাৰেদি ওলাই মাকৰ ঘৰ পায়গৈ। সি টোপনিক মাতে "আহ" "আহ"। তাই দূৰৰ পৰা তাক গালি পাৰে—"হতচিৰী হোৱা, পখৰা ওলোৱা! তই জহনীত যা"। সিফালৰ পৰা ডাক দিয়ে—"খং নকৰিবি, আহ মোৰ সোণ আহ! আহিলে তোকনো নিদিম কি? ধন দিম, মন দিম, প্ৰাণ দিম, ধান দিম, খাৰু দিম, মণি দিম, কৰীয়া দিম, কেৰু দিম, গেজেৰা দিম, গলপতা দিম, আহ মোৰ বুকুৰ বান্ধৈ আহ, মোৰ চকু

চেঁচা কৰ, বুকু জুৰা !” সিফালৰ পৰা তাই ৰিঙিয়াই বা—
“নাযাওঁ” ।

---

# জীৱন-মৰণ বিচাৰ

আজি পুৱাৰে পৰা বৰবৰুৱাৰ মনত বৰকৈ বুৰবু
উঠিছে ; কিয় কব নোৱাৰোঁ । শাস্ত্ৰত লেখিছে—

“ব্ৰহ্মায়ে প্ৰাৰ্থিলা দেখি পৃথিৱীৰ ত্ৰাস ।
লৈলা হৰি দৈৱকীৰ উদৰত বাস ॥”

বৰবৰুৱাৰ মানত ব্ৰহ্মাতকৈও ডাঙৰ বৰবৰুৱানীয়ে কা
ত্ৰাস দেখি বৰবৰুৱাক প্ৰাৰ্থনা কৰি সৰ্ব্বদুখ হাৰী হৰিৰ অভা
কালি ৰাতি কোনো অজীৰ্ণপাতকী পপীয়া অখাদ্যক বৰবৰু
উদৰত বাস লবলৈ দিয়াটো বৰবৰুৱাৰ মনত নপৰে দেখোন
তেন্তে এনে হল কিয় ? তোমালোকে কব পাৰা কোই
নোৱাৰা যদি মনে মনে থাকা বুৰবুৰণিয়ে লোকৰ কোৱা-কুইলৈ
অপেক্ষা নাৰাখে । সি সতকাই দমি যাবৰ পদাৰ্থও নহয়

বুৰবুৰণি জাকৰ মাজত এটা বৰমূৰীয়া দেখা গল । যাৰ
তোমা-আমাৰ নিচিনা এবুৰি আদবুৰিয়ে মাৰ যা বুলিলেও মাৰ
নাযায়, আঁতৰি যা বুলিলেও আঁতৰি নাযায় । এতেকে Fact is



fact, আৰু বুৰবুৰণি বুৰবুৰণিয়েই । কোনোবাই প্ৰশ্ন কৰিব পাৰে যে বৰবৰুৱা ডাঙৰীয়াৰে সৈতে বৰবৰুৱানীৰ কিজানি অলপ খকা খুন্দাই লাগিছিল, যাৰ ফলত এই ভব্য-গব্য বুৰবুৰণিৰ জন্ম । উত্তৰত কবলৈ বাধ্য যে সেইবোৰ একো নহয় । বৰবৰুৱানীৰে সৈতে বৰবৰুৱাৰ সম্পৰ্ক সঁচাকৈয়ে Cordial, অৰ্থাৎ সুখকৰ আৰু সহায়ক । মুঠতে দুইৰো ভিতৰত উভহা মুঠেই নাই । তেন্তে ? তেন্তে ফেন্তে কি ? বুৰবুৰণিটো বুৰবুৰণিয়েই বুলি কৈ আহিছো, সি বৰবৰুৱাৰ দৰে স্বাধীনতাহীন নহয়, তাৰ মন গলেই সি উঠিল । ডাঠকৈ কোৱা উচিত যে মিত্ৰৰাজ শক্তিৰে সৈতে বৰবৰুৱাৰ মনোমালিন্যতো দূৰৰ কথা, ঘনিষ্ঠতা । মিত্ৰ শক্তিৰ অনুগ্ৰহত বৰবৰুৱাই গা-ধুবলৈ যাওঁতে তিয়নী চুৰিয়াখন পাইছে, গাধুই উঠি তেওঁ দেখিছে যে গামোছাখনো মিত্ৰ শক্তিৰ হাততে আৰু ওপৰঞ্চি ৰঙা পাটৰ কাপোৰ খনো কান্ধতে ; ভাত খাই উঠাৰ পিছত মুহুদি খনো ৰটাতে । দুপৰীয়া ছিল-মিলকৈ শুবলৈ যাওঁতে গাৰুটো আৰু এৰিয়াৰ চেলেংখনো যথাস্থানতে । শুই উঠি হামি মাৰ নৌ যাওঁতেই চাহবাটী আৰু তাৰ সঙ্গী জলপানটোও আগতে, তথাপি তুমি কবলৈ সাহ কৰিবানে যে বৰবৰুৱা আৰু মিত্ৰশক্তিৰ মাজত মনোমালিন্য ?

কাৰণটো বাহিৰত নহয়, বৰবৰুৱাৰ মনৰ ভিতৰতহে, আৰু সি “বেতাল-পঞ্চবিংশতি”ৰ বেতালতকৈও আও বেতাল কওঁ শুনা ! বুৰবুৰণিয়ে মোক প্ৰশ্ন কৰিছে ঃ—

মানুহ জীয়াই থকাটো ভালনে মৰাটো ভাল ? প্ৰশ্নটো মহা আহুকালৰ নহল নে ? জীৱন-মৰণৰ ওপৰত এনে প্ৰশ্ন ? জুলুকীটো হাততলৈ ঘৰৰ কাষৰ বিলৰ পৰা দুটা পুঠীমাছ বা খালৈভাঙীমাছ ধৰি অনাৰ নিচিনাতো ই নহয় যে সুধিলেই তাৰ উত্তৰ থিয়ৈ থিয়ৈ দিব পাৰি। মোৰ বুৰবুৰণিটো জানিবা মোৰেই হল বুলি মোক কাষতে পাই এনে প্ৰশ্ন কৰিব পায়নে ? সি মোক ভাবে কি ? মই তাৰ বহতীয়া নহয় যে মন গলেই সি তাল বেতাল যিহকে পায় তাকে মোক সুধিব, আৰু মই দেউতা, হুজুৰ, খোদাবন্দ বুলি তাক তাৰ উত্তৰ দিব লাগিব।

যি হওক, মোৰ পাঠকসকলে যদি মন যায়, প্ৰশ্নটোৰ উত্তৰ দিব পাৰে; মোৰ পক্ষে ই কিন্তু বিষম সমস্যা। মই হলে কেতিয়াবা কেতিয়াবা ভাবোঁ জীয়াই থকাই ভাল। কাৰণবোৰৰ কিছুমান কৈ দিওঁ শুনা।

তেতিয়া দেখোঁ, যে ওবে দিনটো কাম কৰি খাটি-খুটি আহিছোঁ, অথচ লগুৱাই ধঁপাত এচিলিমকে সজাই দিয়া নাই, ঘৰৰ ঘৈণীয়ে কি কাৰণত কব নোৱাৰোঁ, মুখ থন ওন্দোলাই ওফোন্দাই বহি আছে; পুৱা দাড়ি খুৰাবলৈ তপত পানী দিওঁতে লগুৱাই পলম কৰিছে; চাহৰ মেজত থকা এধাসিজা কণীত জালুকৰ গুৰি আৰু লোন পৰা নাই; এশত চাৰি টকা আঠ অনা দি কিনা চেলেউত জুই ধৰাবলৈ জিয়চলিৰ আধাখিনি খৰছ হৈছে, তথাপি সি



ভালকৈ জ্বলা নাই, টানোতে টানোতে মুখ বিষাইছে, কুকুৰটোৱে বিনা কাৰণত ভৌ ভৌ কৰি সি যে কাজুৱা সেইটো প্ৰচাৰ কৰিছে; আগত মেকুৰীৰ সমাগম নাই, অথচ শালিকীজনীয়ে চেক-চেকাই কাণৰ কণামাকৰী সৰাইছে, লগুৱা-লগুৱানীয়ে নিজৰ দোষ ঢাকিবলৈ গিৰীহঁতনীৰ সৈতে মিছাতে উন্তৰা-উন্তৰি কৰিছে; লগুৱাটোৱে বেয়াকৈ বন্ধা পঘাডাল ছিঙি গৰুপোৱালীটোৱে ৰাতিয়েই গাইজনীৰ গাখীৰ খাই সাং কৰি থৈছে; মেটোৰনী জনীয়ে কামত আওহেলা কৰি ঘৰৰ চাৰিওফালে জাবৰ দমাই থৈ, নেপেলাই, পদূলি মুৰত কাৰবাৰে সৈতে চুপতি মাৰি আছে, শাকনিত গৰু-ছাগলীয়ে জেওৰা চকোৱা ভাঙি সোমাই শাক-পাচলি খাই তহিলং কৰিছে, ফুলনিত ভাল গোলাপফুল জোপাত পোকে ধৰি তাক মাৰিব লগীয়া কৰিছে; ঘৰৰ ভিতৰত থকা কাপোৰৰ জপা আৰু পেৰাত থকা ভাল ভাল কানি-কাপোৰবোৰ উঁয়ে খাই নষ্ট কৰিছে, মিঠা মাতেৰে ধাৰ দি তিতা মাতেৰে ৱাছিল কৰিবলৈ অহা পাওনাদাৰে ধাৰ সাধিছে; ধৰুৱাই দিবলগীয়া ধন নিদি টাং বাং কৰিছে, উঠনাকৈ বস্তু খাবলৈ দিয়া কেঞাই হাতত "খাতা-বহী" লৈ চৰাঘৰৰ চকিত বহি গপ্‌গপ্‌কৈ কথা কৈ উঠনাকৈ বস্তু অনাজনক অপমান কৰিছে, সময়-অসময়, সুবিধা-অসুবিধা একোলৈকে ভ্ৰূক্ষেপ নকৰি মৌজাদাৰে বাকী পৰা খাজনাৰ নিমিত্তে টানকৈ তাগাদা কৰিছে; ইন্‌কমটেক্সৰ

নটিছ, মিউনিচিপেলিটিৰ নটিছ, ইয়াৰ নটিছ তাৰ নটিছে জুমুৰি দি ধৰিছে ; তাৰ উপৰি মহে কাণৰ কাষত কোন-কোনাই ফুৰিছে, চকিত বহি থাকোতে উবহে চুৰিয়া ভেদি কুটুৰ কুটুৰ কামুৰিছে, আমগছৰ তলত ফুৰোঁতে আমবলি পকৰা এটাই কেনেবাকৈ পটলুঙৰ ভিতৰত সোমাই যতে ততে কামুৰি ফুৰিছে ; লৰি থকা দাঁতৰ বিষে অস্থিৰ কৰি পেলাইছে ; টেঙা এচকল খাওঁতেই দাঁত টেঙাই গৈছে ; বেলত আহোঁতে চকুত কয়লাৰ গুৰি পৰি চকুটো খচ্ খচাই ৰঙা পৰিছে, তথাপি খচ্ খচনি মৰা নাই, ইফালে দেহৰো অৱস্থা ভাল নহয়, কাৰণ কোষ্ঠ শুদ্ধি আজি তিনিদিন হোৱা নাই, এইবোৰৰ উপৰি ডাকৰ চিঠিয়ে পোৱাৰ আনন্দত ব্যাঘাত জন্মাই তাৰ উত্তৰ দিব লগীয়াত পেলাইছে ; ঘৈণীয়ে ভাত বান্ধিবলৈ গৈ গেৰেহা খৰিৰ ধোৱাত চকু ৰঙা কৰি পানী টুকি ওলাই আহিছে ; মুখখন ভাল কৰিবলৈ বুলি লোকে দিয়া তামোল এখন খোৱাত তাত থকা চূণে জিভা ডাকি পেলাইছে। ঘৰত চাউল নাই, মেৰতলিত পয়চা নাই, লৰাছোৱালীয়ে ভোকত কল্‌মলাই ফুৰিছে, লোকৰ লৰাক গাখীৰ খোৱা দেখি দ্ৰোণাচাৰ্য্যৰ পুতেকেও গাখীৰ খাবলৈ বেচ্ ধৰি কান্দিছে ; আচাৰ্য্যানীয়ে আদহীয়া আচাৰ্য্যৰ মূৰৰ পকা চুলি আদৰ কৰি দিনৌ যিমান তুলিছে, পিছদিনা দুগুণ পকি তোলাবলৈ প্ৰস্তুত হৈ আছে ; এবছৰৰ আগতে সিবেলি জাবকালি কৰোৱা ছাগলীনোমৰ ফটোৱাটো এইবেলি



আচাৰ্য্যই পিন্ধিবলৈ গৈ দেখে যে গাত নোখোৱ হৈছে ; স্বৰাজ পাব বুলি বাট চাই থাকোতে কোটোৱালৰ লাঠিৰ কোব খাই স্বৰাজিষ্টৰ মূৰ ফাটিছে ; বহুৰামে ৰাতি তিনি চাকি তেল পুৰি ইমান পৰিশ্ৰম কৰি লিখা কবিতাটো পোহৰী কাকতৰ সম্পাদকে নপঢ়ি বা চেলেং পেটেংকৈ পঢ়িয়েই ফটা কাকতৰ পাচীত পেলাইছে ; জীয়াই থাকোতে আৰ্জ্জোন খাম, মৰিলে পিণ্ড খাম বুলি ইমান দুখকৈ তোলা লৰাটো কালি নিৰুদ্দেশ হৈছে ; যাওঁতে আওহতীয়া ঠাইত মটৰ গাৰী খনৰ "টায়াৰ টিউব্ ফাটি আৰোহীক আহুকালত পেলাইছে ইত্যাদি, ইত্যাদিবোৰ যেতিয়া আৰু হৈছে, তেতিয়া ঠিক ভাবো যে মানুহ মৰি যোৱাই ভাল। মৰি গলে সকলো লেঠাৰ হাত-সৰা যায় ; মৰে যি, সাৰে সি।

আকৌ যেতিয়া দেখোঁ হাতলৈ মুঠিয়ে মুঠিয়ে ধন আহিছে ভৰালত গছিধান আৰু গুটি ধানেৰে ভৰাল ভৰি পৰিছে ; শাকনিত শাক-পাচলি ফুলনিত ফুল আৰু ফলৰ বাগিছাত ফলে মোক খা মোক খা কৰিছে ; লৰাই লুৰীয়ে ঘৰখন জয়জয়-ময়ময় ; গা নিৰোগী, দিনৌ মাছ-ভাত মঙহ, পৰমান্নেৰে ভোজন চলিছে ; বোৱাৰী-জীয়ৰী একো একোজনা জানিবা ৰুক্মিণী-সুভদ্ৰাহে ; লগুৱা লিগিৰীয়ে প্ৰাণ দি ঘৰৰ কাম কৰিছে। বাৰীৰ ভিতৰৰ পুখুৰীত বৰশী পেলালেই পুঠী, কাৱৈ, শিঙৰা, কান্ধুলী, টপ্ টপ্‌কৈ উঠিছে আৰু সেইবোৰ আনি ৰান্ধনীৰ

আগত পেলাই দিয়া মাত্ৰকে তেওঁ ভাজি তপতে তপতে খাবলৈ দিছে ; ঘামকালি খাল-দোং সিচি ধৰি আনি দিয়া গৰৈ মাছৰ টিলিকা কেইটা ততালিকে তেখেতে পুৰি তাত বগৰি গুৰি আৰু শুকান খৰিছা সানি পঁইতা ভাতেৰে সৈতে আদৰ কৰি খাবলৈ দি ওচৰতে থিয় হৈ বিচনী লৈ বিচিছে ; ডাঙৰীয়াৰ মঙ্গলৰ অৰ্থে গোপিনী সবাহ পাতি ডাঙৰীয়ানীয়ে আঠুকাঢ়ি সেৱা কৰি আশীৰ্ব্বাদ লৈছে ; বাহিৰৰ মানুহৰ আগৰ তৰপে ডাঙৰীয়াক. দেউতা বুলি সেৱা. আৰু আজিৰ তৰপে হুজুৰ বুলি "চালাম" কৰিছে ; জিল্লাৰ বৰ চাহাব ছোট-ছাহাবে ৰায়বাহাদুৰ ফায়বাহাদুৰ এনে কিবা এটা বুলি সম্বন্ধ ধৰি সম্মান কৰিছে ; ঘৈণীয়ে মুখখন এপাচিমান কৰি নোফোন্দাই হাঁহি মুখেৰে কথা কৈছে, অধিকন্তু মূৰৰ পকাচুলি তুলি আৰু পিঠিৰ ঘামচি মাৰি দিছে ; আৰু কেনেবাকৈ কোনোৰা সূকুঙাইদি আঠুৱাৰ ভিতৰত সোমাই কাণৰ কাষত কোন্ কোনোৱা মহটোক চাকি এটা আনি বিচাৰি মাৰি দি গিৰি-য়েকৰ সন্তোষ, নিদ্ৰা আৰু নাসিকা গৰ্জ্জনৰ ত্ৰিবেণী সঙ্গম ঘটাই দিছে ; আৰু যেতিয়া ভাৰতবাসীয়ে স্বৰাজ পাই Heaven born Service অৰ পৰা আৰম্ভ কৰি ডিপুটিলৈকে নোদোকা দৰমহা আৰু "বাৰহাত জালৰ তেৰহাত ফটা, ভাল মাৰিলি বাপৰ বেটা" ৰ শ্ৰেণীৰ টি, এ অৰ্থাৎ ট্ৰেভেলিং এলা-ৰেঞ্চ" অৰ্থাৎ মফস্বলত ভোজ-খোৱা আৰু মৃগয়াদি চৰকাৰী কাম কৰি ফুৰাব "ভাট্টাক" সবংশে নিৰ্ব্বংশ সাধন কৰিছে,



এশটকা ৰাজহৰ ভিতৰৰ তিনিকুৰি টকা ৰণুৱা ৰনুৱা বিভাগৰ নিমিত্তে, আৰু কুৰি টকা ঘাম কালি পৰ্ব্বতবাস আৰু বিদে-শীয়ে ধৰ্ম্ম প্ৰচাৰৰ নিচিনা এশ এটা লাগতিয়াল কামত খৰচ কৰিব নোৱাৰা হৈছে ; বে-আইনী আইন কৰি তাক, মনাবলৈ কোটোৱালৰ টাঙোনৰ আৱশ্যক গুচিছে ; ৰামক মহম্মদৰ বিৰুদ্ধে ফেটাই দিয়া কাৰ্য্যবোৰৰ অন্ত পৰিছে ; ৰতৰ বা আন স্থান ভেদত হোৱা বৰ্ণ বৈষম্যৰ নিমিত্তে এক বৰণীয়াই আন বৰণীয়াৰ ওপৰত টিংখপ মৰাটোৰ ওৰ পৰিছে, আৰু এনেবিধৰ ইত্যাদি ইত্যাদিবোৰ যেতিয়া সংস্থাপিত হৈছে, তেতিয়া ভাবো আৰু ভাবিম, নমৰাই ভাল, কাৰণ মৰি কোনো "ফয়দা" নাই।

ৰাইজে কি বোলে, সেইটো জানিলেই বৰবৰুৱাই সেইমতেই মৰা-জীয়াৰ গাঁঠিটো মুকলি কৰি দি তাৰ ভিতৰস্থ বস্তু ফেৰা তেওঁৰ বুৰবুৰণিক দান কৰিবলৈ প্ৰতিশ্ৰুতি দিলে।

——

# বৰবৰুৱাৰ গল্প-প্ৰয়াস

গধূলি মই মোৰ ঘৰতে বহি, বহি আৰু বহি ভাগৰি আছোঁ। এনেতে এজন আহি মোৰ কাষতে বহিল। তেওঁক দেখি মই বিৰক্ত হৈ চকু মুদিলোঁ। বিৰক্ত হবৰ কথাই, কাৰণ একেই মই বহা কাৰ্য্য কৰি কৰি লাল কাল হৈ আছোঁ, তাৰ ওচৰত বহাৰ বোজা দিবলৈ এইজন কোনে ওলালহি। অৱশ্যে মানুহজনক মই চিনি পাওঁ, তথাপি মোৰ খং উঠি তেওঁক অচিনাকিৰ শাৰীত পেলাই দি চকু মুদিলোঁ। তেওঁ মাত লগালে—"ডাঙৰীয়া কি কৰিছে?

মই—বহি ভাগৰি আছোঁ। তুমি কোন কোৱাঁ?

তেওঁ—ডাঙৰীয়াই জানো মোক চিনি নাপায়?

মই—সেইটো সমিধান পিছত দিম। সম্প্ৰতি মই ধ্যানত আছোঁ, মোৰ চকু মেলিবৰ আহৰি নাই। বোলো তোমাৰ নামটো কি? শীঘ্ৰে কোৱাঁ। নতুবা মোৰ ধ্যান ভাঙি চকু মেল খাব লাগিলে, তাৰ জুইত তুমি জাহ গৈ মৰিবা।

তেওঁ—জয়ধ্বজ।

মই—ৰবা। জয়ধধ্বজ। জয়-ধ্বজ-ধ্বজ। সিং-ইং-হ। পালো এতিয়া তুমি জয়ধ্বজ সিংহ স্বৰ্গদেৱ। ত্বংহি বুঢ়া ভগনীয়া ৰজা। ত্বংহি নামৰূপত পলৰীয়া ৰজা। তোমাকেই অসম বুৰঞ্জীৰ পাতৰ "মন্দিৰে মন্দিৰে" পোৱা যায়। বেছ



কথা। কিন্তু তোমাক এটা কথা সোধো। তুমি যদি ৰজা হৈ পলাই ভাগিকে গৈছিলা, তেন্তে তোমাৰ নামত সিংহস্য লাঙ্গুলং কিম্? আচলতে তোমাৰ নাম হোৱা উচিত আছিল—মহামহিম্ মহিমাৰ্ণৱ শ্ৰীশ্ৰী (আৰু চাৰিবাৰ) পলায়ধ্বজ ৰজা। অৱশ্যে আজি তুমি ৰাজপাটত নাই, সেইদেখি নিৰ্ভয়ে এইবাৰ কথা কলোঁ। থকাহেঁতেন নকলোহেঁতেন। কাৰণ তোমাৰ মুখৰ একাষাৰ কথাতে মোৰ চকু, আঠুৰঘিলাই মোক এৰি কৰবালৈ গ'ল হেঁতেন। মুঠতে মোৰ সোপাই "সোপায়াং নমঃ" হলহেঁতেন।

জয়ধ্বজ—ববৰুৱা ডাঙৰীয়াই এইবোৰ কি কৈছে? মই ক'ৰ জয়ধ্বজ সিংহ ৰজা। মই দেখোন আপোনাৰ উপাসক বামুণৰ লৰা শ্ৰীজয়ধ্বজ দেৱ শৰ্ম্মনঃ। আপুনি মোক এই-বোৰ পেংলাই কৰিছে নেকি? মইনো আপোনাৰ কি জগৰ লগালোঁ, ডাঙৰীয়া?

মই—অ' তুমি আমাৰ শ্ৰীমান জয়ধ্বজ দেৱ শৰ্ম্মা তৌজ্জিনবিচ্। বেছ, বেছ মোৰ সমাধি অৱস্থাতহে সেই-বোৰ কৈছিলো। এতিয়া "সমাধিক" সমাধি দিলোঁ। মোৰ চৰ্ম্মচক্ষু উন্মিলিত হ'ল, শ্ৰীমান জয়ধ্বজ শৰ্ম্মা বাপুদেউক সমুখতে সাক্ষাত দেখিলোঁ। যাওক। তুমি বেয়া নাপাবা। বোলো আহিলানো কি সকামত?

জয়ধ্বজ—একো সকাম নাই, মাথোন ডাঙৰীয়াৰ সৈতে "মূলাকাৎ"। এটা কথা ডাঙৰীয়াক সুধিব খুজিছোঁ, অনুমতি পালে সুধিব পাৰোঁ।

মই—সোঁধা, সোঁধা, নিৰ্ভয়ে সোধা।

জয়ধ্বজ—ডাঙৰীয়াই আজি কালি ইমানবোৰ ভাবৰ বুৰবুৰণি তুলি আছে, গল্পকে দুটি চাইটি নিলিখে কিয়? আমাৰ মাহেকীয়া কাকতবোৰত গল্প লেখি ছপালে বৰ কাম হয়।

মই—অৰ্থাৎ তুমি কৈছা, গল্পৰ আমবলি পৰুৱা কিছুমান ধৰি তোমাৰ মাহেকীয়া কাকতবোৰত মই মেলি দিয়া নাই কিয়? তাৰে কাৰণ তুমি মোক সুধিছা? বাৰু কোৱাচোন মহা প্ৰলয় হবলৈ আৰু কিমান দিন আছে?

তেওঁ—কিয়? এইটোনো আকৌ কি কথা? আকৌ আপুনি মোক পেংলাই কৰিছে নেকি?

মই—নাই কৰা। বোলোঁ, সেই সময়লৈ নথৈ এতিয়াই মোৰ গল্পৰ বিহ পৰুৱা, আমবলি পৰুৱা, টোকা পৰুৱা, ক'লা পৰুৱা আৰু গুৰিপৰুৱাবোৰ কাকতৰ পাতত বগাই ফুৰিবলৈ মেলি দি সৃষ্টি নাশ কৰিবলৈ যোৱাটো ভাল হবনে, তাকেহে তোমাক সুধিবলৈ গৈছিলোঁ। তুমি উত্তৰটো ভাবি-চিন্তি দিবা দেই। তোমাক ভাঙি কওঁ, কিয় মই গল্প নেলেখি আজিকালি মাথোন ভাবৰ বুৰবুৰণি তুলি থাকোঁ।

তেওঁ—কওক ডাঙৰীয়া কওক।

মই—১৮৮৮ খৃষ্টাব্দৰ বিজয় দশমীৰ দিনাৰ কথা। গোসাঁনীৰ প্ৰতিমা উটাই দি আহি ধাৰ্ম্মিক, অধাৰ্ম্মিক, নৈষ্ঠিক, অনৈষ্ঠিক সকলে গোট খাই ঘোটা-ভাং খালে! ফলত সকলোৰে মুখত উৎকট হাঁহি। মোৰ মুখত হাঁহি-চাহি



একো নাই। প্ৰতিমা বিসৰ্জ্জন দি বেজাৰত মোৰ মনত কান্দোনহে ওলাইছিল। তেতিয়া মোৰ মানত ভাং সাত সুৰাৰ এক সুৰা। যিহে নালাগে, তাৰ সৰু ভায়েক ধঁপাতেও মোৰ ঘৰত ঢাৰি কঠ নাপাইছিল সেইদেখি সমনীয়াহঁতে মোক একেবাৰেই নিসিজা ওলকচু বুলিহে উপলুঙাকৈ মাতি-ছিল। তেওঁলোকৰ অভিমত আছিল, মোৰ ঘৰলৈ যেয়ে আহে তাৰে হেনো মই গল খজুৱাওঁ! যি হওক, ঘোটা-খোৱাসকলে যেতিয়া মোৰ ওচৰত হাঁহিৰ ৰোল তুলিলে, মই গৈ মোৰ লেখা-পঢ়া কৰা ঘৰৰ খোটালিটোত সোমাই দুৱাৰত ডাং দিলোঁ। কিন্তু খোটালিটোত সোমালোঁ হয়, তাত কৰোঁ কি ভাবিবলৈ ধৰিলোঁ। এবাৰ ভাবিলোঁ মূৰে গায়ে কাপোৰ লৈ শুই থাকো, কিন্তু টোপনি নাহিল। উঠি বহিলোঁ। ভাবিলোঁ গল্পকে এটা লেখোঁ। হাতত কাপ লৈ গল্প এটা তৰিলোঁ। গল্পটোৰ নাম কি দিছিলোঁ পাহৰিলোঁ। কিন্তু, বিষয়টো আছিল—মতা দেখিবলৈ শুৱনী নে তিৰুতা দেখিবলৈ শুৱনী? গল্পৰ গঢ়েৰে এই প্ৰশ্নৰ মীমাংসা এটাত নানা ৰহন সানি যুক্তি তৰ্কৰ মছলা দি তাক থিয় কৰিলোঁ। শেষ সিদ্ধান্ত হল—তৰোতাতকৈ মতা দেখিবলৈ শুৱনি। মতাৰ পক্ষ সমৰ্থনত মৰা চৰাই, ভটৰা গৰু, গলধন ধৰা মতাম'হৰ উদাহৰণেৰে পৰা পোক-পৰুৱালৈকে উদাহৰণ দিয়াত ত্ৰুটি কৰা নাছিলোঁ। মোৰ এতিয়াও মনত আছে, ফুলস্কেপ কাকতৰ ষোল্ল পিঠি সেই

প্ৰকাণ্ড গল্পটোৱে জুৰিছিল। দিলোঁ মাহেকীয়া কাকত এখনত সেই গল্পটো ছপাই। কাকতখনৰ নামটো পাহৰিলোঁ দেই। তোমাৰ মন গলে তাক জোনাকী পোহৰী যি হয় এটা বুলিব পাৰা। গল্পটো ওলালত অসমত কোঢ়াল লাগিল। আগেয়ে মুখ নবজোৱা মানুহৰ মাতো সেই কোঢ়ালত শুনিবলৈ পোৱা গল। কম কৰ্ম্মিষ্ঠ কিন্তু বেছি ৰক্তাবোৰে তেওঁলোকৰ বাইডাং কেইডালত তেল-ঘিঁউ সানি চিকচিকীয়া কৰি লৈ মোৰ মূৰৰ ওপৰত জোকাৰিবলৈ ধৰিলে। দুৰ্ব্বলীৰ ভিতৰত কানোৱে দূৰৈৰ পৰা ফন্দুকি মাৰি মোৰ অকলশৰীয়া অভিমন্যু গল্পটোক আক্ৰমণ কৰিবলৈ ধৰিলে। উস্! তিৰুতাক সুন্দৰী ভাবি নিজক অধইচ কৰা তিৰুতাসেকুৱা মতাখনৰ মোৰ ওপৰত খং চায় কোনে! আনফালে আৰু এদল থিয় হল যি মোৰ গল্পটো পঢ়ি খুচী হৈ মোৰ কথাৰ সৰ্ব্বতোভাৱে সমৰ্থন কৰি হইধ্বনি দি মোৰ ডিঙিত মালা পিন্ধাবলৈ ওলাল। দুইদলৰ ভিতৰত তৰ্কা-তৰ্কিৰ তয়ামৰা যুঁজ চলিবলৈ ধৰিলে। শেহত এনে হল যে ইদলে পালে সিদলৰ মূৰ ফালে, আৰু সিদলে পালে, ইদলৰ মূৰ ফালে। মই ভাবিলোঁ—এই বিক্ষুব্ধ বিভ্ৰান্ত বাৰিধিৰ তৰঙ্গৰাশিৰ ওপৰত তৈল প্ৰক্ষেপনেই শ্ৰেয়ঃ কাৰ্য্য। নতুবা ক'ৰ পানী কলৈ যায় হৈ যুঁজাৰু সকলৰ কোনোবা-জন কলীয়া পানী পাবগৈ। ইয়াকে ভাবি মই সেই কাকতৰ পিছৰ সংখ্যা এটাত মোৰ গল্পটো withdraw অৰ্থাৎ সম্বৰণ



কৰিলোঁ বুলি জাননী দিলোঁ। ভাবিলোঁ, এতিয়া নিশ্চয় "শান্তি, শান্তি, শান্তি, হৰি, ওঁ!" হব। কিন্তু আশাত নিৰাশ হলোঁ। গল্পৰ জনকে জানিবা গল্পটো সম্বৰণ কৰিলেই তাৰ প্ৰভাৱত উথলা উৰ্ম্মিত হেন্দোলদোপ হোৱা তেওঁৰ ভাই-ভাগীসকলক সম্বৰণ কৰে কোনে? আন্দোলন চলিল আৰু চলিল। শেহত দেখা গল যে মোৰ ভৈয়াই গল্প গ'ল কিন্তু তাৰ পুতাই তৰ্কটো ৰল ঘৰটোৰ ভেটিটো গল, কিন্তু ঘৰটো কেনেবাকৈ আলাসতে থিয় হৈ ৰল। ধৰা, জানিবা হিন্দুৰ চতুৰ্ব্বৰ্গ, জাতি-ভেদ আৰু আচাৰ-অনাচাৰ খন ৰল। মছলমানৰ তুৰ্কীৰ "খিলাফৎ" গল, ভাৰতত তাৰ আন্দোলনটো ৰল। জানিবা তোমাৰ মূৰটো গ'ল, কিন্তু কৰবাত কিবা কেনেবাকৈ তোমাৰ মূৰ কামোৰণিটো ৰল। শৰীৰৰ পৰা প্ৰাণটো গ'ল, কিন্তু ধনঞ্জয় বায়ুটোৰ খিপ্ খিপনিটো ৰল।

আকাঙ্খাৰ অধীৰতা, উদ্বেগ হিয়াৰ  
বাসনাৰ অতৃপ্ততা আশাৰ নিকাৰ,  
লাহে আঁতৰিল ৰল, প্ৰতিধ্বনি,  
সুৰাগ সমল গল, থাকিল বিননি।"

এইবাৰেই মোৰ গল্প গ'ল, কিন্তু হাতৰ পাচ ভাবৰ বুৰবুৰণি ৰল।

সেইদেখি জয়ধ্বজ মাগে ছাঁ মেলানি।  
গল্প নাই লৈ যোৱা ভাব-বুৰ্বুৰণি॥

—ঃঃ০ঃঃ—

# বম

লম্বাই—ডাঙৰীয়া শুনিছেনে ? পুনাত মহাত্মা গান্ধীৰ গাৰে বম মাৰিছিল। কিন্তু দৈবাৎ মহাত্মাৰ গাত নালাগি লগৰীয়া আন মানুহৰ গাত তাৰ ছিটিকনি লাগি জনচেৰেক অলপ অচৰপ আহত হল ?

বৰবৰুৱা—শুনিছোঁ। কালভৈৰৱৰ অস্ত্র পাতৰ পৰা এই বাবলৈ মহাত্মা সাৰিল। ৰুদ্র সৃষ্টিৰ অন্তকাৰী দেৱতা। গান্ধীয়ে সৃষ্টি, স্থিতিৰ দেৱতাক মানি আহিছে জানো। কিন্তু অন্তকাৰী প্রলয়ৰ দেৱতাক সিমানকৈ মানেনে নেমানে নাজানো। সেই দেখি নন্দী-ভৃঙ্গিয়ে তেওঁক সোৰঁৰাই দিলে যে ভূতপতিও আছে।

তুমি মোৰ কথা শুনি তবধ হৈছা। নহবা, শুনা। তোমালোকে ভাং হোপাইঁক বম্ ভোলানাথ বুলি। তুমি নুহুপিলেও তোমাৰে নিচিনা হাত-ভৰি মুখ থকা অনেকে ভাঙৰ চিলিমত "দম" মাৰি বম বোলে ; নতুবা অসমত আৰু আন আন দেশতো "আৱকাৰি বিভাগৰ" এনে জয় জয়, ময়ময় অৱস্থা নহলহেঁতেন। কলিকতাৰ মুৰাৰি পুকুৰ বাগিছাত প্রথমতে বঙ্গালী ডেকা জনচেৰেকে বম প্রস্তুত কৰি তাৰ শিক্ষা প্রচাৰ কৰে, তাৰ পিছত সেই শিক্ষাই বঙ্গদেশ আৰু ভাৰতৰ আন আন অনেক ঠাইত বম দি নিজৰ ঠাই বহলাই



লৈছে। মুৰাৰি পুকুৰীয়া ডেকা লৰা কেইটাই বিদেশী বম ভাৰতলৈ আম্‌দানি কৰিলে বুলি অনেকৰ বিশ্বাস । এই কথা আধা-আধিহে সঁচা। কোটি কালৰ পৰা ভাৰতত বম আছিল আৰু তাৰ উদ্ভাৱক আমাৰ মহাদেৱ ৰুদ্রদেৱ। তাৰ ক্ষীণ স্মৃতি আজিকালিও "গাজাখোৰ" অর্থাৎ ভঙুৱা ভদ্র-লোকসকলে ৰাখিছে। প্রলয়ৰ কালত বম বম বুলি তাণ্ডৱ নৃত্য কৰি অগ্নি বৃষ্টি কৰি সৃষ্টি নাশ কৰে। ভঙুৱাই ভাঙৰ চিলিমত দীঘল হোপা মাৰি জুই উলিয়াই হৰ হৰ, বম বম কৰি তাৰ পূৰ্ব্বাভাস দিয়ে। বিপ্লৱবাদীবোৰে তেনে জুইৰ যন্ত্র সৰু বতলুহিৰ নিচিনা পাত্রত ভৰাই লুকাই চুৰকৈ লোকৰ গালৈ মাৰি দিয়ে। আৰু সি ফুটি আপুনি "বম" বোলে। যন্ত্র পাতিৰ দিনত হাত মুখক জিবণি দিয়া এনে যন্ত্র ওলোৱাটো একো আচৰিত কাৰ্য্য নহয়। ভঙুৱা যেনেকৈ মুক্তি কামী, এওঁলোকো তেনেকৈ মুক্তিকামী। অৱশ্যে নিসন্দেহে কব পাৰি যে দুইবিধ প্রাণীৰে মুক্তিৰ কামনাটো "ঘোটকস্য অণ্ডৱ" ভিতৰতে সদায় নিবাস কৰিব।

বোলোঁ। সৃষ্টিৰ অন্ত যদি কৰিব লাগে সেই কাৰ্য্য কৰিব মহাদেৱে, ইহঁতক সেই সেই কুকাৰ্য্য বা অকাৰ্য্য আগতীয়াকৈ in advance কৰিবলৈ কোনে মাতিছে ? ইহঁত কোন ? থুলন্তৰ মহাদেৱৰ গাত বল আছে আৰু সেই বাব কেশৱ নাৰায়ণে তেওঁৰ গাত দিছে, সময় হলে কৰিবলৈ। মহাদেৱে জানে কেতিয়া হাবিত জুই লগাই হাবি পুৰি দিলে, ব্রহ্মাই হালকোৰ

বাই সেই ন-ভাঙনি মাটিত খেতি কৰিব পাৰিব; অ… বিষ্ণুয়েও জানে কেতিয়া তেওঁ সেই পথাৰৰ মাজত টঙি… উঠি শইচ্ ৰক্ষা কৰিব লাগিব। নাৰায়ণ মহাৰজাৰ এ… সকল বিয়াগোম বিয়াগোম বিষয়া থাকোতে, মৰচেৰে… খাবলৈ নোপোৱা, নিবনুৱা ডেকা বোৰক, কলিৰ আদিছোৱাতে… তেনে কাৰ্য্য কৰিবলৈ কোনে মুৰশপাইছে? টিপচী হৈ ইহঁতে গৰুগুৰ উবাও মাৰিবলৈ যায় কিয়? দুৰ্গাপূজাৰ সময়… থিয়েটৰত ইহঁতে ডাক্কোপ মাৰি মহাদেৱৰ ভাও দি তাণ্ডব নৃত্য কৰক তাত আমাৰ আপত্তি নাই। থিয়েটৰ ভাগিলে মেমেৰা মুখুৰ্জ্জি, চেৰেলা চাটুৰ্জ্জি আৰু টোপনি গধুৰ দাস গুপ্তই ডাল চৰ্চ্চৰি খাই "বিৰি চিগাৰেট" হুপি ফোঁচ ফোঁচ কৰি আবেলি লৈকে শোৱক, তাতো আমাৰ আপত্তি নাই কিন্তু, অবাবতে বিংবিঙাই ফুৰি বম মাৰি পাপৰ কাম কৰি ফুৰে কিয়? আমাৰ কথাতে কবৰ দৰে, হাতীয়ে বোলে মোৰ দুদাঁত, নিগনিয়ে বোলে মো-ৰো দুদাঁত। দেশ উদ্ধাৰৰ মেটমৰা ভাৰখন এই মেমেৰাৰ পো মেমেৰাহঁতৰ কান্ধত তুলি দিলে কোনে? ভোলানাথৰ বাবটো এতিয়াই ইহঁতে আপোন খুচিতে নিজৰ গাত লোৱা দেখি ভোলানাথে ভাং খাই মাথোন হাঁহিছে, নতুবা তেখেত তোমাৰ আমাৰ নিচিনা হোৱাহেঁতেন এই চেলেপু খনক ধৰি বোন্দা থেকেচা দিলেহেঁতেন কিমখি-কমিতি। লেখা পঢ়া শিকি এই ডেকালবাখনে শিকিলে মাথোন চোৰৰ দৰে লুকাই চুৰকৈ লোকৰ গাত বম মাৰিবলৈ,



মানুহ "খুন" কৰিবলৈ। পশুৰ ভিতৰত শ্ৰেষ্ঠ শাৰীৰ পশুৱেও এনে চুলুঙালি কৰি পৰক আক্ৰমণ নকৰে। বোলো, দেখা-শুনাকৈ আক্ৰমণ কৰিবলৈ তহঁতৰ গাত যদি বল নাই, সাহ নাই, পিত নাই, তেন্তে তেনে গেন্ধেলা কাম কৰিবলৈ যাৱ কিয়? সাপে খুটি অলেখ মানুহক মাৰিছে, তথাপি মনুষ্য বংশ নিৰ্ব্বংশ কৰি সাপে সৰ্প ৰাজ্য প্ৰতিষ্ঠিত কৰিব পৰা নাই; আৰু কস্মিন কালে নোৱাৰেও। সি গাতত সোমাই বম-কণী পাৰি গাতৰ পৰা ওলাই দুটা চাইটা মানুহ মৰাৰ বাহিৰে আৰু কি মহৎ কাৰ্য্য কৰিব? লাভত মাথোন মানুহৰ টোকোনৰ মাৰ কঁকালৰ জোৰাত খাই সৰ্পদেহ আৰু সৰ্পপ্ৰাণ পৰিত্যাগ কৰিব। "সসৰ্পেচ গৃহে বাসং" কৰিবলৈ কোনেও নিবিচাৰে। সেইদেখি সকলোৰে কৰ্ত্তব্য সৰ্পক গাতৰ পৰা টানি উলিয়াই তাৰ কঁকালৰ জোৰাত মাৰ লগোৱা। প্ৰথমতে বম ওলাওঁতেই মহাত্মাজীয়ে যি কথা কৈছিল, সেই কথা আখৰে আখৰে ফলিয়াইছে। ১৯১৫ খৃষ্টাব্দত তেওঁ ভাৰতলৈ উভটি আহি কৈছিল, "এই দেশত কোনো কাৰ্য্যৰ নিমিত্তে যদি বম ব্যৱহৃত হয়, তেনেহলে অকল সেই কাৰ্য্যতে ব্যৱহাৰ সীমাবদ্ধ হৈ নাথাকে।"

আৰু জগতত শান্তিৰ দূত মহাত্মা গান্ধীৰ গাত বম! ছি!! ছি!!!

অৱশ্যে ক্ষুদ্ৰ প্ৰাণীবোৰৰ কথা নকওঁৱেই, সাপে পালে, আমাৰ আউনীআঁটীয়া গোসাঁই প্ৰভুৰ পাৱতো এখোট মাৰিব।

শিশু অশ্বত্থৰ তলত পদ্মাসনত বহি থকা শ্ৰীকৃষ্ণৰ পাৰতে ব্যাধে শৰ মাৰিছিল। অৱশ্যে ভুলত, কিন্তু আমাৰ স্বদেশী যমৰালাৰ ভুলও নাই, ভ্ৰান্তিও নাই, আছে মাথোন বলিয়ালি।



## ববৰুৱা-লম্বাই সম্বাদ

ববৰুৱাৰ মনত আজি বৰ বেজাই। তেওঁ মনৰ বেজাৰতে ঘূম মাৰি বহি আছে। এনেতে লম্বাই বাপু কাষ চাপি আহি কীৰ্ত্তনৰ পদ মাতিবলৈ ধৰিলে——

"কিসক দৈত্যেন্দ্ৰ আছা মনত বিকলে।
তিনিও লোকক তুমি জিনিলা অকলে॥
তথু কটাক্ষতে কম্পে দিগপালগণ,
তোমাৰ চিন্তাৰ কিছু নেদেখো কাৰণ॥"

ববৰুৱা—কাৰণ আছে, কওঁ শুনা। ঘূৰণীয়া মেজৰ মেল-খন আমাৰ পাঁচিৰ উঠিবলৈ যোৱা গুটিটো গেলাদি গেলিল। লাভৰ ভিতৰত ভাৰতত আকৌ সত্যাগ্ৰহ, আৰু সত্যাগ্ৰহক তহিলং কৰিবলৈ যোৱা মাৰ, ধৰ, ফাটক আৰু কি হবলৈ



গল, মোক তুমি কব পাৰানে? মই যিমানকে ভাবিছোঁ, সিমান সমুখত ধুৱঁলী কুঁৱলী দেখিছোঁ।

লম্বাই—ভাল হল। ডাঙৰীয়াৰে সৈতে পৰামৰ্শ কৰি কাম নকৰা সেই গান্ধী বোলা লৰাটোক মই হ'লে তিনিকুৰি বছৰীয়া বুঢ়া বুলিব নোৱাৰিলোঁ। এজাতৰ মানুহ আছে— বয়স বাঢ়িলেও লৰা হৈয়ে থাকে। গান্ধী মহাত্মাকো তেনে বুলিয়েই মোৰ মনে ধৰিছে। সেইদেখিয়েই হবলা জগতৰ সকলোৱে কয় যে গান্ধীৰ গাত child-like-simplicity অৰ্থাৎ শিশুৰ নিচিনা সৰলতা। মোৰ মনেৰে গান্ধী অকল লৰাই নহয়—শিশু ছৱাল। মই বুকু ডাঠকৈ কব পাৰো যে তেওঁৰে সৈতে বিজালে ববৰুৱা ডাঙৰীয়াকে প্ৰমুখ্য কৰি আমোলা-তন্ত্ৰৰ, আমোলা-ফৈলা এটাইবোৰ বয়োবৃদ্ধ আৰু জ্ঞানবৃদ্ধ হৈ থকাটো সাব্যস্ত হব।

"হেন জানি হুয়ো ৰাজা মনত সন্তোষ।
শিশুছৱালৰ কিছু নধৰিবা দোষ॥"

অবাল চন্দই নকৰে কি? এতেকে অবালচন্দ লৰাৰ দোষ ডাঙৰীয়াই নধৰিব:—

"বৰুণৰ পাশে বান্ধি থৈয়ো কতকাল।
আপুনি বয়স হৈলে বুদ্ধি হৈব ভাল॥"

মোৰ মনেৰে সেই শিশু-ছৱালটিক বান্ধি থলেই, তেওঁ নষ্ট কৰা দৈত্য শিশুবোৰ ঠাণ্ডা হব।

লম্বাইৰ পৰামৰ্শ শুনি ববৰুৱা অলপ টভক্ মাৰি ৰ'ল।

"এহি হৌক বুলি পাচে মাতে দৈত্যেশ্বৰ।
শিখায়োক আৰু ৰাজনীতি নিৰন্তৰ॥"

ববৰুৱা—হুকুমটো তোমাক দিলে লম্বাই; কিন্তু তাৰ ভিতৰত আৰু এটা কিন্তু যে বৈ গ'ল। দেশৰ গঢ়গতি যেনেহে দেখিছোঁ, প্ৰহ্লাদে সত্যাগ্ৰহ কৰিবলৈ হুকুম নিদিলেও দৈত্য-শিশুবোৰে নকৰি এবাৰ আগন্তুক ক'ত? দেশ-কাল আজিকালি এনে হৈ পৰিছে যে সিহঁতৰ খাবলৈ ভাত নাই, কৰিবলৈ চাকৰি নাই, খৰচলৈ পইচা নাই; So on and so forth.

লম্বাই—মই কওঁ ডাঙৰীয়া, সিহঁত দৈত্যশিশু হল বুলিয়েই যে ঘোঁৰা, হাতী সিহঁতক খাবলৈ দিব লাগিব এনে কথা হব নোৱাৰে। আগৰ দিনত আমাৰ ভাৰতৰ ঋষি মুনি প্ৰভৃতি ঘাই পুৰুষ সকলে গছৰ ফলমূল খাই থাকিয়েই ডাঙৰ দৰ্শন বিজ্ঞানৰ শাস্ত্ৰ লিখিছিল; আনকি ৰজাৰ মন্ত্ৰীগিৰিও কৰিছিল। তেওঁলোকতকৈ এই দৈত্য-শিশুখনে কিমান সৰহকৈ খাবলৈ পাইছে, ডাঙৰীয়াই গুনি চোৱা নাইনে? আন নালাগে ইহঁতৰ গুৰু গান্ধী-মহাত্মাৰে সাজত পাঁচ অনা পইচাৰ বেছি খৰচ নহয় বুলি শুনিছোঁ। পাঁচ অনাৰে দুসাজি খাইও যদি সেই ছৰালটি মহাত্মা হব পাৰে, তেন্তে দৈত্যশিশুবোৰে ইমান সৰহকৈ খাবলৈ বিচাৰে কিয়? তেনেকুৱা কৰিলে সিহঁত মহাত্মা হোৱাটোতো দূৰৰ কথা, আত্মাও হব নোৱাৰি অন্তত ক্ষুধাত্মা হৈ মৰিবগৈ। এইবোৰৰ অৱনতিৰ লক্ষণ নহয়নে ডাঙৰীয়া? মই পোণপটিয়ে মানুহ, সেইদেখি আপোনাক মই পোন-পটিয়েই সুধিছোঁ, কওকচোন!



ববৰুৱা—শুনা, শুনা লম্বাই! বেছি ভকনভকাবা। মই শুনিছোঁ সিহঁতৰ হাতত পাঁচ অনা নালাগে, দিনৌ দুসাজৰ নিমিত্তে পাঁচ পইচাও নাই। সিহঁতে এসাজ আদপেটাকৈ খায়, আৰু এসাজ লঘোণে থাকে।

লম্বাই—মোৰ মনেৰে এসাজ খোৱাটোও ভুল ডাঙৰীয়া, কাৰণটো কওঁ শুনক। পেট ভৰাই ভাত খালে মানুহৰ গা গধুৰ হয়, মানুহ এলেহুৱা হৈ পৰে; সেই মানুহে ওখ কথা ভাবিব নোৱাৰে। এইটো মই নিজৰ গাতে প্ৰমাণ পোৱা কথা। ডাঙৰীয়াই জানো মনকৰা নাই যে গান্ধী মহাৰাজাই একেবাৰে একৈশ দিনলৈ লঘোণ দিছিল। সেইদৰে লঘোণ দি দিহে, তেওঁৰ বুধিটো তেওঁ শনাই লব পাৰিলে। আমাৰ দৈত্য-শিশুবোৰেও যদি বুদ্ধিমান হব খোজে, তেন্তে সিহঁতে দকচি লঘোণ দিয়ক; আৰু আমাৰ দয়ালু দৈত্যেন্দ্ৰ ববৰুৱাই সেইটো encourage কৰক, অৰ্থাৎ সিহঁতক তেনেকুৱা কৰিবলৈ উছাহ দিয়ক। অৱশ্যে মাথোন বাক্যবচনেৰেহে উছাহ দিবলৈ মই কৈছোঁ, আৰ্হিৰে নহয়।

ববৰুৱা—অল্‌ৰাইট্! লম্বাই শৰ্ম্মা! তোমাৰ উপ-দেশটো সাৰুৱা। মই বিবেচনা কৰি চাওঁ, পিচত হুকুম দিম। আজিলৈ তুমি যোৱা। মোৰ বৰকৈ টোপনিয়ে ধৰিছে।

লম্বাই—যোৱাৰ আগতে আৰু একেষাৰ কথা মই ডাঙ-ৰীয়াক সোধোঁ। ডাঙৰীয়াই যে কৈছে ঘূৰণীয়া মেজৰ মেলৰ পণ্ড হ'ল, সেই কথাত মোৰ অমত। আমাৰ মানুহে যিহকে বিচাৰিছিল তাকে নাপালে জানো ? লেখ দিওঁ শুনক প্ৰথমতে পালে কেন্দ্ৰীয় শাসনত অধিকাৰ দিয়াৰ অঙ্গীকাৰ দ্বিতীয়তে পালে প্ৰাদেশিক শাসনতো তেওঁলোকক অধিকাৰ গাদী দিয়াৰ অঙ্গীকাৰ। তৃতীয়তে সিন্ধু দেশখনক সুকীয়া দেশ কৰাৰ আৰু পশ্চিম সীমান্ত প্ৰদেশখনক গৱৰ্ণৰৰ শাসন তলতীয়া কৰিবৰ স্বীকাৰ। চতুৰ্থত, তিনি-চাৰিখন বৃটিছ কমিটি ভাৰতলৈ পঠিয়াই, ভাৰতীয়বোৰৰ কোন কোন বিষয়ত স্বদেশ শাসন কৰিবৰ ক্ষমতা আছে, তাৰ বিচাৰৰ প্ৰচাৰ। ৰজাঘৰৰ উদাৰতা আৰু দয়ালুতা ইয়াতকৈ কিমানদূৰ যাব লাগে, মই হলে কব নোৱাৰোঁ।

বৰবৰুৱা—পঞ্চমত, হিন্দু, মুছলমান, শিখ, খৃষ্টান আৰু অস্পৃশ্য সকলক গাইগোটা পেটেভৰালৰ অধিকাৰৰ অঙ্গীকাৰ ইমানবোৰ অঙ্গীকাৰ কি কম কথা !

লম্বাই—নোট আৰু হেণ্ডনোটত I promise to pay বোলা অঙ্গীকাৰৰ ওপৰতে লাখ লাখ টকাৰ কাৰবাৰ চলিছে লাগিছে। মহামন্ত্ৰীৰ বগা কাকত খনেই আমাৰ 'হেণ্ডনোট', তাৰেই আমাৰ "কিল্লাফতে"। সৰহলৈ যাবই নালাগে আমাৰ দেশৰ পকা জলকীয়া মুনচুপ ডাঙৰীয়াৰ কাছাৰীত তাৰ ওপৰতে আমাৰ দেৱানী গোচৰ থিয় কৰি দিলে 'ডিক্ৰী'



আৰু এটা কথা ডাঙৰীয়াই মন কৰি চাওক, দুৰ্ব্বলীৰে সৈতে দুৰ্ব্বলী গোট খালে দুইটাৰ যোগফল মহাদুৰ্ব্বলী। শূন্যৰে সৈতে শূন্যৰ যোগ মহাশূন্য। আমাক পালে একেজাপেই সাতৰজাৰ ধন মাণিকেৰে সৈতে মাণিকাক লাগে। কিন্তু মাণিকীৰ কাণত কেৰু আৰু হাতত খাৰু দি তাইক পুহিব পালিবৰ হলে আমাৰ শকতি নাই। ভাঙৰ বৰ বিচাৰিলে তপস্যা নকৰিলে তাক পোৱা নাযায়। আমাৰ কীৰ্ত্তন পুথিখন মেলি চালেই ডাঙৰীয়াই দেখিব, দৈত্য শিশু-বোৰৰ ৰজা দৈত্যেন্দ্ৰয়ে দুৰ্ঘোৰ তপস্যা কৰিছে ; ব্ৰহ্মাৰ পৰা বৰ লভিছিল। তেওঁৰ তপৰ ধুমটো চাওক—

"আকাশ চাই উৰ্দ্ধবাহু দুই।
থাকিল ভূমিক অঙ্গুষ্ঠে ছুই ॥
জটাৰ দীপিতি দেখন্তে ত্ৰাস।
প্ৰলয় সূৰ্য্যৰ যেন প্ৰকাশ ॥
ঢাকিল তনু উই মাটি তুলি।
শৰীৰৰ মাংস খাইলে সমূলি ॥
গজিল তাক ঢাকি বেৰুজাৰ।
তথাপি কটাক্ষ নাহিকে তাৰ ॥"

আৰু আমি তিয়াল্লিশটা বক্তৃতা কৰি চৌৱাল্লিশডাল চোঁৱোনৰে সৈতে ধনিষ্ঠতা কৰি পঞ্চাল্লিশ বাৰ তীৰ্থ কৰিয়েই "বৰ দিয়া ব্ৰহ্মা" বুলি হাত পাতিছোঁ। ইঁহিউঠা কথা নহয়নে ?

ববৰুৱা—বোলো বাপু লম্বাই, বহুত হৈছে আৰু বক কৰা। তুমি মোৰ ওচৰৰ পৰা উঠি যোৱা, আন ঠাইত ফি পাবা কৰাগৈ ; মোৰ বেজাৰ মনে ভুগিম, মোৰ লো মরে টুকিম। আঃ, ৰবি ঠাকুৰে কি গানটোকে বান্ধিছিল—

"সংসাৰ কঠিন বৰ, কাৰেও সে ডাকেনা, কাৰেও সে ধৰে ৰাখেনা।
তোমাৰ ব্যথা, তোমাৰ অশ্রু, তুমি নিয়ে যাবে,
আবত কেহ অশ্রু ফেলিবে না॥"

---

# তিনি-মাহাত্ম্য

ববৰুৱাৰ ভাবৰ বুৰবুৰণি—অনেক অলেখ। সেইবোৰ কেতিয়াবা মন দিনৌ উঠে, মাৰ যায় ; মাৰ যায়, উঠে। কেতিয়াবা মন গলে তেওঁ তাৰে দুটি এটি কথা লেখি কাকতত ছপায় , আৰু কেতিয়াবা কেতিয়াবা ফটা কাকতৰ পাচিত পেলায়, আৰু কেতিয়াবা মৰিবলৈ তেওঁ এৰি থ'লে বুৰবুৰণি তেতে উঠি নাচি-বাগি থাকি মৰিবলৈ তেওঁ এৰি দিয়ে। আজি তিনিশ তিনিকুৰি বুৰবুৰণিৰ ভিতৰৰ পৰা তিনিটাক ধৰি আনি এই প্ৰৱন্ধৰ খালৈত সুমালোঁ। যদি কোনোবাই সোধে ইমানবোৰ বুৰবুৰণিৰ ভিতৰত তেওঁৰ তিনিটিত মন পৰিল কিয় ? উত্তৰত কওঁ শুনা—



মই আগেয়েও অনেকবাৰ কৈছোঁ, এতিয়াও কওঁ যে মই তিনিৰ পক্ষপাতী। কাৰণ এই সংসাৰত চকু মেলিলেই দেখিবা যে তিনিৰেই পয়োভৰ সবহ। আমাৰ তিনিজন ঘাই দেৱতা—ব্ৰহ্মা, বিষ্ণু, শিৱ। খৃষ্ট ধৰ্ম্মৰ (Trinity) "ত্ৰিনিটি"—অৰ্থাৎ God the Father, God the Son, and God the Holy Ghost—অৰ্থাৎ পিতা ঈশ্বৰ, ঈশ্বৰৰ একমাথোন পুত্ৰ যীশুখৃষ্ট ঈশ্বৰ, আৰু পবিত্ৰাত্মা ঈশ্বৰ। বৌদ্ধ ধৰ্ম্মত—বুদ্ধ, ধৰ্ম্ম আৰু সঙ্ঘ। আমাৰ দৰ্শন শাস্ত্ৰত বা ধৰ্ম্ম শাস্ত্ৰত ত্ৰিগুণ, অৰ্থাৎ সত্ত্ব, ৰজ আৰু তম্। ঈশ্বৰৰ বামণ অৱতাৰত ত্ৰিপদ অৰ্থাৎ তিনিটি ভৰি আছিল। আমাৰ শাস্ত্ৰত যদিও সাতখন স্বৰ্গ, সাতখন পাতালৰ কথা আছে, তথাপি তিনিও প্ৰসঙ্গত ত্ৰিভুবন বা ত্ৰৈলোক্যৰহে নাম ওলায়। হিৰণ্য কশিপু দৈত্যেন্দ্ৰই এই ত্ৰিলোককহে জয় কৰিছিল। "তিনিও লোকক তুমি জিনিলা অকলে" বুলি যণ্ডামাৰ্কই হিৰণ্য-কশিপুক—"ছাৰ্টিফিকেট্" বা "কম্‌প্লিমেণ্ট" দি শান্ত্বনা কৰিছিল। আমাৰ সদাশিৱ ত্ৰিনয়ন আৰু তেওঁৰ হাতত ত্ৰিশূল। ধ্ৰুৱক গোসাঁয়ে ত্ৰৈলোক্যৰ ওপৰত থাপি থলে—

"সপত্নী মাতৃৰ বাক্যে বিদাৰিলা মন।
ধ্ৰুৱে আসি আৰাধিলে তোমাৰ চৰণ॥
ত্ৰৈলোক্যৰ ওপৰে তাহাঙ্ক থৈলা থাপি।
গোধিকাৰ পুচ্ছ ভাগে দেখিও অদ্যাপি॥"

ধৰ্ম্মৰ চাৰিপাদৰ ভিতৰত কলিয়ে পৰীক্ষিত ৰজাৰ দিনত তপ, শৌচ, দয়া এই তিনি পাদহে ভাঙ্গিছিল। গঙ্গা, যমুনা,

সৰস্বতীৰ সঙ্গম ত্ৰিবেণী—য'ত স্নান কৰিলে মুক্তি লাভ হয় দাৰ্জ্জিলিঙৰ ওচৰত তিনধৰীয়া অৰ্থাৎ যি ঠাইত নৈৰ তিনি ধাৰা বা সোঁতাৰ মিল হৈছে। গুৱাহাটীৰ বশিষ্ঠাশ্ৰমত সন্ধ্যা ললিতা, কান্তা, এই তিনি সোঁতাৰ সমন্বয়। তিস্তা নৈ তিনি সোঁতাৰ সঙ্গম। তন্ত্ৰমতানুলম্বী তান্ত্ৰীকৰ Triangle বা ত্ৰিভুজ মূল পদাৰ্থ। আয়ুৰ্ব্বেদ শাস্ত্ৰমতে বায়ু, পিত্ত, কফ এই তিনিটাই ঘাই, আৰু ত্ৰিদোষী হলেই সঙ্কটাপন্ন অৱস্থা আমাৰ ঘুৰঘুৰীয়া জ্বৰ নহৈ বৰকৈ জ্বৰ উঠিলেই, আমি কবলৈ নেৰোঁ যে তিবকঁপে জ্বৰ উঠিল। গণিত শাস্ত্ৰ ত্ৰিভুজ, ত্ৰিকোণ সকলো ভুজ, কোণতকৈ চৰা। ইংৰাজী ত্ৰিগণমেত্ৰি, আমাৰ ভাষাত ত্ৰিকোণ মিতিৰ কথা কলে জ কোন ছাত্ৰে নাজানে? অঙ্ক শাস্ত্ৰৰ ভিতৰত ত্ৰৈৰাশিক হা মগজু। সইত্ খাওঁতেও আমি সইত সইত্ তিনি সইত অৰ্থাৎ তিনিবাৰ সত্য খাওঁহঁক। আমি বৈষ্ণৱ সম্প্ৰদায়ৰ মানুহে নাম প্ৰসঙ্গ কৰাৰ কথাতো তিনি প্ৰসঙ্গৰ কথা কওঁ আৰু কৰোঁহঁক। আমাৰ ৰজাঘৰ বৃটিছ গৱৰ্ণমেণ্টৰ কথাকে নোচোৱা কিয়? ৰজা (King), লৰ্ড সভা (House of Lords) আৰু প্ৰজাসাধাৰণৰ সভা (House of Commons)। আগৰ আমাৰ আহোম ৰজাৰ দিনতো ৰজাৰ ৰাজ্যশাসন যন্ত্ৰত তিনিখন হাত—বুঢ়াগোহাঁই, বৰগোহাঁই আৰু বৰপাত্ৰ গোহাঁই। আজি কালি কাছাৰীঘৰতো তিনিটা খোটালি——দেৱানী, ফৌজদাৰী আৰু কলেক্টৰী। পেটৰ ফালৰ পৰা চালেও দেখা



যায় আমাৰ ভাত হলেই তিনিটা উধান লাগে। পলিটিক্স বা ৰাজনীতি ক্ষেত্ৰতে নোচোৱা কিয়? বিলাতত ৰাউণ্ডটেবোল, কন্ফাৰেন্স বা ঘোঁৰা টাবুৰা যিখন মেল বহিছে ভাৰতৰ দশা গণি ভাগ্যৰ সোঁৰৰণি এখন কৰিবলৈ তালৈ তিনিটি প্ৰধান দৈৱজ্ঞ পণ্ডিত গৈছে, যথা—তেজবাহাদুৰ ছাপ্ৰু, জয়াকৰ আৰু জিন্না। আমাৰ দেশলৈকো চকু দিলে দেখিবা আমাৰ অসমত তিনিজন নামজ্বলা নেতা,—ফুকন, বৰদলৈ আৰু চলিহা। মহাত্মা গান্ধীয়ে তিনিটা ডাঙৰ খুটাত আওজে,— বাপ, পো নেহেৰু আৰু চৰ্দ্দাৰ বল্লভভাই পেটেল। আমাৰ অসমত আগৰ দিনত ডাঙৰ মানুহৰ তিনিজনা ঘৈণী থকাটো প্ৰচলিত ৰীতি আছিল। আৰু' সেই দেখি সেইসকলে ডাঙৰ হৈ একঠা চাউল খাইও গ'ল। বৰ ঘৈণী, মাজুঘৈণী আৰু সৰুঘৈণী। বৰলোক ডাঙৰীয়াৰ ডাঙৰীয়ানী তিনি ঘৈণী।

এজনীয়ে ৰান্ধে বাঢ়ে এজনীয়ে খায়।
এজনীয়ে খং কৰি মাকৰ ঘৰলৈ যায়॥

বঙালীৰ ভিতৰতো এনেবিধৰ কথা আছে, যথা—

"বৃষ্টি পৰে টাপুৰ টুপুৰ নদী এল বান।
শিব ঠাকুৰেৰ বিয়ে হলে তিনি কন্যা দান॥

"তিনি খেতে বসেছেন।" কিয় তিনিৰ ঠাইত চাৰিৰ, পাঁচৰ প্ৰচলন নহল কিয় বঙ্গালী ভদ্ৰলোকৰ ঘৰত? ঘৈণীয়েকে গিৰীয়েকৰ কথা কওঁতে "তিনি খাবেন না"ৰ ঠাইত "চাৰি

খাবেন না” নোবোলে কিয় ? এইবোৰ এটাইবোৰ তিনি সংখ্যাৰ মহত্ব নিশ্চয় জানিবা। তেহেলে তুমি মানাই নামানা।

যি হওক ইমানতে ইতি কৰিলোঁ। যদি কোনোবাই সে তুমি দেখোন তিনিটা বুৰবুৰণিৰ কথা কবলৈ ওলাই, এটা কথা নকৈ তিনিৰ মাহাত্ম্যাতে গাঁথিলাগি ৰ'লা ? মই কম কপাল ! মানুহে পাঙে ঈশ্বৰে ভাঙে।

---

## বৰবৰুৱাৰ হাঁহচুৰি মকৰ্দ্দমা

[ বাপুৰাম বৰাৰ প্ৰৱেশ। বৰবৰুৱা বৰচ'ৰাত বহি।]

বাপুৰাম—বৰবৰুৱা দেৱ সেৱা।

বৰবৰুৱা—ওঁ, সাম্ৰাজ্ঞী শ্বশুৰে ভব, সাম্ৰাজ্ঞীশ্বশ্ৰাং ভব। ওঁ আয়ুস্মতী ভব।

বাপুৰাম—(অবাক হৈ থাকি) আপোনাৰ কি হ'ল ! মোক এইবোৰ কি কৈছে ?

বৰবৰুৱা—(থমকি) I see, মোৰ ভুল হৈছিল। ক্ষমা কৰিবা। মানে কথা, মই আজি পুৰা কালিদাসৰ শকুন্তলা নাটকখন পঢ়িছিলোঁ। পঢ়ি ভাল লাগিছিল। লাভৰ ভিতৰত



তাৰ কথা ভাবি থাকোঁতে থাকোঁতে কণ্বই শকুন্তলাক আশীৰ্ব্বাদ দি দুষ্মন্তৰ ওচৰলৈ যাবলৈ বিদায় দিয়া কথাত পৰিছিলোঁহি। এনেতে তুমি ওলাইছাহি। তোমাৰ মুখলৈ মই ভালকৈ নোচোৱাকৈয়ে (চোৱাহেঁতেন তৎক্ষণাত ভুল ভাগিলহেঁতেন, কাৰণ তোমাৰ যি গোফঁৰ কোছা !) মোৰ মনত ভাব উপজিল যেন ময়ে কণ্ব, তুমি মোৰ জী শকুন্তলা। আৰু শকুন্তলাই মোৰ ওচৰত বিদায় লবলৈ আহিছে। মই সেই হাস্যকৰ ভুলকে কৰি তোমাক শকুন্তলা বুলি আশীৰ্ব্বাদ কৰিলো। এই কথা। যি হ'ল হ'ল। তুমি বিষম নাপাবা। কি সকামতনো আহিলা ?

বাপুৰাম— আপুনি অনেক দিন এই পৃথিবীত আছে। এতেকে—

বৰবৰুৱা— মই অনেক দিন থকা দেখি তোমাৰ চকু পুৰিছেনেকি ? তুমিও নাথাকা কিয় ? তোমাক নো কোনে হাতত ধৰিছে ?

বাপুৰাম— মোৰ চকু নাই পোৰা। আপুনি দৰনি-পিটি খাওক, দকচি খাওক, যিমান মন যায় খাওক। থাকে মানে আমি সন্তোষহে পাওঁহক। মোৰ অভিপ্ৰায় আন এটাহে। আপোনাৰ জীৱন-চৰিত্ৰ এখন ওলাব লাগে। আমাক বৰকৈ লগা হৈছে। কিন্তু সেই চৰিত্ৰ লিখাৰ ভাৰ দৈববশতঃ যদি মোৰ কান্ধতে পৰে, তেন্তে মই গ'লো দেখিছোঁ। তালৈ মোৰ হাতত সঁজুলিৰ কুটা এগছো নাই। সেই দেখি এতিয়াৰ পৰা

চৰায়ে কূটা গোটোৱাদি এডাল ছুডালকৈ সঁজুলি গোটাব মন কৰিছোঁ। মাজে মাজে আপোনাৰ ওচৰলৈ আহি আপোনাক ছুটা এটাকৈ জীৱনৰ ঘটনা সুধি লব খুজিছোঁ। আজিয়েই সেই কাম আৰম্ভ কৰিব খুজিছোঁ। যদি আপুনি কৃপা কৰে।

ববৰুৱা— অ' মোৰ জীৱন চৰিত্ৰৰ কিতাপ কৰি বেচি ধন খাবৰ তোমাৰ মতলব। সেইটো নেচেল। তুমি এতিয়া যাব পাৰাঁ।

বাপুৰাম— খং নকৰিব। মোৰ মতলব সেইটো নহয়। সেই কিতাপ বেচি যি ধন উঠিব তাক মই দেশৰ হিতকৰ কাৰ্য্যতহে লগাম। যেনে, (১) আমাৰ দেশত আফু খেতিটো আকৌ চলিব লাগে। (২) আমাৰ বাৰীয়ে বাৰীয়ে মোহনী ভাঙৰ গছ নিৰ্ব্বিবাদে গজি বাৰী পোহৰাই থাকিব লাগে। বিদেশী মদে আমাৰ দেশৰ পয়চা শুহি দেশখন কটঙা কৰিলে। আমাৰ মানুহে দেশত কানি ভাঙ এনেয়ে পোৱা বস্তু হলে, মদলৈ হাত নেমেলে আৰু দেশৰ পইচাও তাকে খাই থাকিব, দেশতে থাকিব। এই জীৱন-চৰিত্ৰ কিতাপ বেচি যি ধন পোৱা যাব তাৰে এটা "স্বদেশী ধন ভাণ্ডাৰ" খুলি প্ৰথমতে এই ছুই কাৰ্য্যৰ নিমিত্তে তুমুল আন্দোলন কৰিব লাগে। মই এজন "ইকনমিষ্ট" আৰু স্বদেশহিতৈষী হে।

ববৰুৱা— তেন্তে মযো সন্তোষী হে। মোৰ অৱশ্যে বৰ ৰঙৰ কথা হ'ব যদি ভাঙ আৰু কানি এই ছুটি ভায়ে হাতত



মোহন বেণু লৈ অসমীয়াৰ পদূলিৰ মূৰে মূৰে বৈ বৈ আকৌ নিৰ্ব্বিবাদে বাই ফুৰিব পাৰে। তেনেহলে অসমলৈ আকৌ দ্বাপৰ যুগ উভতি আহিব, আকৌ অসমীয়া গোপিনীসকল সেই বংশীধ্বনি শুনি উত্ৰাৱল হৈ বুকুত মেঠনি মাৰি লৰি ধাপৰি ফুৰিব আৰু কাষত মাটিকলহ লৈ দিহিং দিচাং নৈৰ পৰা জাকবান্ধি পানী আনিবলৈ যাওঁতে বেণুৰ ৰব শুনি গৰাত বাগৰি বাগৰি পৰি মাটিকলহবোৰৰ কাণবোৰ ভাঙিব, আৰু উক্ত নৈবোৰে সেই তামাচা চাবৰ মনেৰে দিন-ছুপৰতে নিৰ্লজ্জভাবে উভতি উজাই বব। আৰু ইয়াৰ উপৰিও তাহানি কৃষ্ণৰ দিনত গধূলি গৰুৰ খোজত উৰা ধূলিয়ে বৃন্দাবনখন ধূৱঁলী-কুৱঁলী কৰি থোৱাদি এতিয়াও ভাঙৰ চিলিমৰ আৰু কানিৰ টিকিবাৰ পৰা উৰা ধোৱাঁই অসমীয়া ভদ্ৰলোকৰ ঘৰ ধূৱঁলী-কুৱঁলী কৰি থব। আহাঁ! মই এতিয়াই মোৰ জীৱন চৰিত্ৰৰ সঁজুলি এটা দিওঁ তুমি শীঘ্ৰে লেখি লোৱাঁ, লেখি লোঁৱা, গৌণ নকৰিবা।

বাপুৰাম— বৰ বৰুৱাদেৱ, আপুনি কৈ থাকক, মই মনতে জুকিয়াই লৈ থাকিম, ঘৰত গৈ পিছে পৰেও লেখিম।

ববৰুৱা— বহুত আচ্ছা। শুনা,—এবাৰ মই খংপুৰলৈ গৈছিলো। তাত একত্ৰিশদিন বাস কৰি আছিলোঁ। সঁচা কথা লুকাবৰ সকাম নাই, গধূলি হ'লেই মই তাত বৰ আহু-কাল পাইছিলো। কাৰণ মদৰ দোকান তাত মুঠেই এখন কি ছুখন; আৰু তাৰ ওপৰতো নগৰৰ বাৰ অনা লোকৰ

চকু। তাৰ ওপৰঞ্চি মানুহবোৰ অৰ্থদক্ষ (Orthodox), অন্ততঃ দেখুৱাই। তেওঁলোকক অৰ্থদক্ষ নুবুলি অনৰ্থদক্ষ বোলাটোহে যুগুত। কাৰণ তেওঁলোকে লোকৰ ডেকালৰাৰ গাত যিহকে পায় তিহকে বদনাম এটা দি উলিওৱাত বিশেষ পাকৈত। ভালমানুহৰ ভিতৰত কানিৰ সিমান চলতি নাই, কিন্তু ভাঙৰ হ'লে পোৱা যাব। ল'ৰা, ডেকা, বুঢ়া সকলোৱে হাতত চিলিম, ঘৰে ঘৰে, বৈঠকীয়ে বৈঠকীয়ে ভাঙৰ চাটি। আমাৰ দেশৰ বুঢ়ালোকে কয়, 'কাৰ্য্যৰ দেখি-ভাও, ছাগৰো পখালিৰ পাও।" ময়ো কাৰ্য্যৰ গতি দেখি ভাঙ-ছাগৰ পাও পখালিবলৈ লাগি গ'লো। (তুমি নিৰামহীয়া নেকি? বাপুৰাম—নহয় নিৰামহীয়া কিয় বা সুধিলে?) ভাঙৰে সৈতে ছাগ মিহলাই উপমা দিছিলোঁ দেখি ভয় হৈছিল, কিজানি—তোমাৰ ভাঙ ছুৱাকে কৰিলোঁ। যাওক, গাখীৰৰ বৰ সুবিধা নাপাই তাক খাবলৈ এৰিলোঁ, যদিও মোৰ ভঙুৱা বান্ধইঁতে ফঁকৰা মাতি মোক বুজাইছিল, "গাখীৰৰ নামে পানীকে খাবা, দোলাৰ নামে সিকিয়াতে যাবা।" মই সেই দুইটাতে অমান্তি প্ৰকাশ কৰি চলিলো। লাভৰ ভিতৰত দেখা গল, খোজকাঢ়োতে মোৰ ভৰিত ফটুৱাই ফাটিল. আৰু ভাঙ খাই গাখীৰৰ অভাৱত "শুকনিবদতি" হ'লোঁ।

এদিন ওচৰ চুবুৰীয়া এঘৰত গোটা দিয়েক পাতি হাঁহ দেখি মোৰ হাঁহ খাবৰ মন গ'ল। মনক প্ৰবোধ দি কত বুজালোঁ, যথা—লোকৰ হাঁহ, তাক সহজে মোৰ কৰা টান, কৰিবলৈ



হ'লে পইচা মেলিহে হাঁহ চপাব পৰা যাব। কিন্তু সম্প্ৰতি গাঁঠিত পইচাৰ নাটনি। কিন্তু সকলো ব্যৰ্থ হ'ল; মনে বুজনি শুনিব খুজিলেও চকুৱে নুশুনে, চকুৱে শুনিব খুজিলে মনে উচাত মাৰি উঠে। বেজাৰত আপোনাআপুনি গুণগুণাই বঙলা গান ধৰিলোঁ,—"মনেৰে বোঝাতে চাইলো, আঁখিতো মানেনা। তোৰে বলি ওৰে আঁখি কুপথে যেওনা।" দিনৌ মোৰ হৃদয়ত হাঁহৰ লোভে নেৰানেপেৰাকৈ খুন্দিয়াখুন্দি কৰি হিয়া ভাঙিৰলগীয়া কৰিলে। হাঁহবোৰে নোকনোকাই চৰি ফুৰে, মই সিহঁতক আতোঁপুতোঁকৈ চাই ফুৰোঁ; সিহঁতৰ নোক্‌নোকনি মোৰ কাণত ধনশিৰী, তাল সুহাই যেন লাগে। ব্ৰজৰ গুৱালসকলে তেওঁলোকৰ খীৰতী গাইবোৰ পথাৰত চৰি ফুৰোতে গাখীৰেৰে ফিন্দখোৱা গাইবোৰৰ ওহাৰৰ ফালে এইদৰে চাইছিলনে নাই ক'ব নোৱাৰোঁ, আৰু সেই গাইবোৰৰ হাম্বাৰৱো সিহঁতৰ কাণত এনে মধুৰ লাগিছিলনে নাই ক'ব নোৱাৰো। মনত এনেকুৱা কত ভাবৰ ঢৌ উঠি হেন্দোলদোপ কৰে। হাঁহবোৰ চোতালত চৰি ফুৰা দেখি কেতিয়াবা মৃদুমধুৰ সুৰেৰে মোৰ মুখৰপৰা গান ওলায়—

ও বায় হংসিনী গামিনী,
হংসিনী গামিনী,
ধীৰে ধীৰে যায় গো,
হংসিনী গামিনী।
ধীৰে ধীৰে চলে যায়,

নীল বসন উড়ে গায়,
নীল বসন তিতল ঘামে,
কেমনে দাঁড়াবে আমাব বামে ?
হংসিনী গামিনী।

এদিন ভাবৰ চেপাত কণ-কঠীয়া মাৰি তৎমৎ নেপাই এটা অসমীয়া কবিতা ৰচনা কৰিলোঁ। ছবাৰ চাৰিবাৰ কৰি-তাতো পঢ়োঁতে পঢ়োঁতেই তাত ক'ৰবাৰ পৰা কিবা সুৰ এটা আহি লম্ভিলহি। খন্তেকতে কবিতাটোৰ গাত দেওধনি উঠিল, আৰু কবিতাৰ আখৰবোৰ হাঁহবোৰ যেন দেখিলোঁ, শাৰীবোৰেও হাঁহে শাৰী পাতি, চৰি ফুৰা যেন দেখিলোঁ। কবিতাটো এই,—

লোদোৰ পোদোৰ হাঁহকেটি
কোন বনে যায় হে।
খোজে খোজে পিছে পিছে
মোৰ মনও ধায় হে।
আমৰলীয়া আগত চৰে,
ক'লা বগা পিছে ফুৰে,
এনে তেলাল হাঁহৰ আঞ্জা
সৰগতো নাই হে।

ঘৰৰ আগৰ পুখুৰীত হাঁহ চৰি ফুৰোতে কেতিয়াবা কোনোটোক মই মোৰ "খানাৰ মেজৰ" ওপৰৰ চিনা মাটিৰ থাল বা "ডিচৰ" ওপৰত "গ্ৰেভি" বা ৰসৰ ওপৰত "ৰোষ্ট"



হৈ ওপঙ্গি বহি থকা যেন দেখোঁ, কোনোটোক ঘাঁহ খাই থকা দেখিলে তাৰ পেটত "ষ্টফিং" কৰি—অৰ্থাৎ খিচ্‌মিচ্‌, লং, দালচিনি আদি মচলা দি ঘিঁউত ৰন্ধা ভাত তাৰ পেটত সুমাই তাক মোগ্‌লাই ৰোষ্ট কৰি মোৰ আগত দিয়া যেন দেখোঁ; কোনোটোৱে পানীত বুৰমাৰি খন্তেকলৈ লুকুৱা দেখিলে ভাবোঁ, তাক মোৰ 'খানচামাই' ধৰি লৈ গৈছে, এতিয়াই তাৰে মলমলোৱা 'কাৰি' আঞ্জা ৰান্ধি মোৰ আগলৈ আনিব। ইত্যাদি ইত্যাদি। সঁচা কথা ক'বলৈ গ'লে এনেবোৰ ভাবৰ উৎপাতত মোৰ ৰাতিৰ টোপনিতো ব্যাঘাত ঘটিবলৈ ধৰিলে, কেৱল হাঁহৰ সমাজিক।

পৰিশেষত মোৰ অন্তৰৰ তুমুল যুঁজত মই হাৰিলোঁ। এনে চিন্তাৰ বোজাৰ ভাৰ আৰু মই বৰ নোৱাৰা হ'লোঁ। মই নিৰুপায় হৈ এদিন আমাৰ ভাওৰ সভাতে সভ্যসকলক মোৰ মানসিক দৌৰ্ব্বল্যৰ বৃত্তান্ত ক'লত তেওঁলোকে জপিয়াই উঠি ক'লে, 'অ' ইয়াৰ নিমিত্তেই ইমান চিন্তা ? আমি আজি-য়েই সেই কাৰ্য্য সিদ্ধি কৰিমহঁক। আপুনি ন-মানুহ দেখি আমি ইমান দিন আপোনাক কোৱা নাই ; আমাৰ ভিতৰত ভিতৰুৱা সেৱাৰ ক্লাব ( সভা ) এখনি আছে, সেই ক্লাবৰ মেম্বৰে ( সমজুৱাসকলে ) হাঁহ, পাৰ, ৰামপাৰ, আৰু পাঁঠাৰে দিনো ভোজ ভাত খাবই লাগিছে। কেতিয়াও কোনেও হাতৰ পইচা এটিও ভাঙ্গিবলগীয়াত পৰা নাই। আপুনি নতুন লোক দেখি এই কেইদিন আমি আপোনাৰ আলেখলেখ চাই

আছিলো। আজিৰ পৰা আপোনাকো আমি আমাৰ সেই ভিতৰুৱা সেৱাৰ সভ্য কৰি ললোহঁক। আজি ৰাতিলৈ আমি আপুনি দেখা হাঁহেবেই ভোজ খামহঁক, নিশ্চয় জানিব।

কোৱা বাহুল্য, যে এই কথাশুনি মোৰ মন আনন্দত আৰু মুখ ৰসত আপ্লুত হ'ল।

গধূলি হ'ল; মোৰ ৰহাতে "ভিতৰুৱা-সেৱা-ক্লাৱৰ" সম-জুৱাসকল গোট খালে।

নানা পৰামৰ্শ থিৰ হ'ল; অনেক চিলিম ভাঙ উৰিল। ফলত ৰাতি এঘাৰমান বজাত আমি সেই হাঁহৰ মালিকৰ ঘৰত হাঁহ চুৰ কৰিবলৈ গলো; এয়ে খোলা কথা।

সমজুৱাসকলৰ বাছনি মতে ময়ে প্ৰথমতে হাঁহৰ গঁৰাল ঘৰত সোমাবৰ ভাৰপ্ৰাপ্ত হ'লো। তেওঁলোকে চোপা দি বাহিৰত থাকিবৰ বাব পালে। মই আগৰণুৱাৰ সন্মান পাই নিজকে গৌৰৱান্বিত বিবেচনা কৰি বুকু ফুলাই হাঁহৰ গঁৰালত সোমালো। গৰালত অজাতৰীয়া জন্তু এটা সোমোৱাত অত্যন্ত অমত প্ৰকাশ কৰি অবিবেচক হাঁহবোৰে চিঞৰি দুৰ্ঘোৰ প্ৰতিবাদ কৰিবলৈ ধৰিলে। আৰু সিহঁতৰ টেঁ টেঁ শব্দই গঁৰাল ভৰি পৰিল। মোৰ হৰ্ষ বিষাদ দুয়োটা হ'ল। হৰ্ষ,— সিহঁতৰ সুমধুৰ ধ্বনি শুনি। বিষাদ, গিৰিহঁতে সাৰ পাব ভাবি। যিহওক হৰ্ষই সেই পুৰণি ৰাগ ধনশিৰী, তাল সুহাইলৈ মনত পেলাই দিলে। মই সন্তোষ পাই দুৱাৰ চুকতে আসন গ্ৰহণ কৰিলোঁ। ভাঙৰ ৰাগীৰ প্ৰভাবো যে মোৰ মূৰত নাছিল এনে নহয়, বৰং যোল অনাৰ ওপৰে।



চমু কথা যে হাঁহৰ চিঞঁৰত গিৰিহঁত, গিৰিহঁতনীৰ টোপনি ভাগিল। দুয়ো লৰা-লৰিকৈ মুখেৰে চুহ চুহ কৰি হাতত চাকি এটা লৈ গৰালৰ ফালে অহা দেখিলো। মোৰ মনত কি আৰু কেনে ভাবৰ উদয় হৈছিল ক'ব নোৱাৰো; কাৰণ মই ভাঙৰ ৰাগীৰ সম্পূৰ্ণ ৰহতীয়া। যিহওক অতি সন্তৰ্পণে মই দুৱাৰ চুকতে বহি ৰ'লোঁ। ভিতৰুৱা সেৱাৰ সভ্য সকল সেই সঙ্কটৰ সময়ত কলৈ গ'ল ক'ব নোৱাৰোঁ, সম্ভবতঃ সেই সভাৰ অধিবেশনৰ উপক্ৰমণিকাতে হাঁহৰ গৰাকীৰ তেনেকৈ অসভ্য ভাবে প্ৰবেশ হোৱা দেখি তেওঁলোকে বিৰক্তি প্ৰকাশ কৰি সেই স্থান পৰিত্যাগ কৰিলে।

হাঁহৰ গৰাকীয়ে মোক তেনে অৱস্থাত পাই কেনে সম্ভাষণ আৰু অভ্যৰ্থনা কৰিলে, সেইবোৰ আৰু তোমাক নকওঁ। কাৰণ অতীতৰ স্মৃতি জাগৰিত কৰাটো কোনো লাভজনক যেন নেদেখোঁ; ইচ্ছা হ'লে তুমি অনুমান কৰি ল'ব পাৰাঁ, আৰু অনুমান যিমান দূৰলৈকে যায় সিমানলৈকে তাক এৰি দিলেও ভুলৰ সম্ভাৱনা নাই। মুঠতে এইটো কলেই হ'ব, সুমধুৰ সম্ভাষণ আৰু ঢেকীঠোৰাৰে সাদৰ অভ্যৰ্থনা কৰি তেওঁলোকে শ্ৰীযুক্ত কৃপাবৰ বৰবৰুৱাক সেই ৰাতিটোৰ কাৰণে ঢেকীশালত ঢেকীৰ কটৰাৰে সৈতে ঘনিষ্ঠতা কৰোৱাই গৰুৰ পঘাৰে কট-

কটীয়াকৈ বান্ধি বন্দী কৰি থলে । ল'ৰা কালত কৃষ্ণক তেনৈ… বন্দী হৈ থকা দেখি বাপেক নন্দই,

"হাসিলেক কোন হেন কৰিলেক বুলি ।
বান্ধ মেলি কৃষ্ণক কোলাত লৈলা তুলি ॥" লৈছিল

কিন্তু আমি দুখীয়াৰ আয়ো নাই বোপায়ো নাই; কোনে আম… সেইদৰে বান্ধ মেলি কোলাত তুলি লব ? সি যি হও… সেই ৰাতি মোৰ মনত যিবোৰ চিন্তাৰ ঢৌ উঠিছিল, আম… বন্ধু ভট্টাচাৰ্য্য মহাশয় তাত থকা হেঁতেন তেওঁক সেইবোৰ নি… লেখি ৰাখিবলৈ ক'লোহেঁতেন ; কিন্তু সেইটো নহল যেতি… আপচোচ্ কৰাৰ সকাম কি ? সেই চিন্তা লহৰীবৃন্দৰ … লহৰী মাথোন এই যে,—কৃষ্ণকো যশোদাই উৰালেৰে লৈ… এইদৰে বান্ধিছিল ; আৰু কৃষ্ণই আঠুকাঢ়ি উৰালটো টানি লৈ… গৈ যমল অৰ্জ্জুন গছত লগাই টানি দুইজোপা গছকে উঘা… পেলাইছিল । এতিয়াও যদি মই সেইদৰে এই কটৰাৰ সৈতে… ঢেকীটো টানি লৈ গৈ হাঁহৰ গিৰিহঁত গিৰিহঁতনী শোৱা ঘৰ… লগাই ককাল ফিন্দাই বল দিওঁ, তেন্তে ঠিক ঘৰটো হুৰ… কৰে ভাগি পৰি তাৰ হেঁচাত দুই বদমাছ শোৱনী ঘৰৰ পটি… মৰি থাকিব । তাৰ পিচতে ততালিকে মনত হ'ল যে শোৱনী ঘৰৰ মূধতে লগা হাঁহৰ গৰাল ঘৰটোও যদি তাৰ লগতে পৰে তেন্তে দেখোন হাঁহবোৰো মৰি যাব !! উহুঁ এনে কাম নকৰোঁ… পৃথিবীত মহাপ্ৰলয় হোৱাটোও মই সহিব পাৰোঁ, কিন্তু যাৰ নিমিত্তে মোৰ এই লটিঘটি তেনে হাঁহৰ আওমৰণ মোৰ



অসহনীয় । কপালত যি থাকে হওক, তথাপি মই স্বচক্ষে মোৰ প্ৰিয়তম সকলৰ এনে মৰণ নাচাওঁ । হাঁহৰ নিমিত্তেই অত্যাচাৰী অবিবেকী গৰাকী মাৰে যদি মাৰক ; তুলসীৰ লগতে কলপটুৱাৰ মুক্তি হয় হওক । ইয়াকে ভাবি মই নিৰস্ত হৈ সেইৰাতি কোনো দুৰ্ঘটনা ঘটাবৰ অভিপ্ৰায় নকৰি ক্ষান্ত দিলোঁ ।

পিচদিনা যি হ'ল তোমাক সংক্ষেপে কৈ যাওঁ, দ্রুত বেগে শুনি যোৱাঁ । মই হাঁহ-চোৰ বুলি চালান হৈ গৈ হাকিমৰ ওচৰ পালোঁগৈ । পুলিচ বাদী; মই প্ৰতিবাদী, আৰু হাঁহৰ গৰাকী সাক্ষী । মোৰ অজ্ঞাতসাৰে আমাৰ ভিতৰুৱা-সেৱা-সভাৰ পৰা মোৰ ফলীয়াকৈ এজন উকীল ধৰা হৈছিল দেখিলোঁ : সেইবাবে মই সেই সভাৰ ওচৰত মনতে কৃতজ্ঞতা স্বীকাৰ কৰিলোঁ । অনেক তৰ্ক, অনেক জবাব চৱাল হ'ল, সেইবোৰ কৈ আৰু কথা বহলাবৰ মোৰ ইচ্ছা নাই । মোৰ উকীলে Point ধৰিলে অৰ্থাৎ বক্তৃতাত বৰকৈ হেঁচা দি কলে যে, "বাস্তবিক পক্ষত বৰবৰুৱা হাঁহচোৰ নহয়, হাঁহহে বৰবৰুৱাৰ মনচোৰ । আৰু বৰবৰুৱাই হাঁহ চুৰ কৰিবলৈ গৈছিল বুলি যদিও ধৰা যায়,—যদিও সেইকথা মই কোনোমতেই স্বীকাৰ নকৰোঁ,—তেওঁ চুৰ কৰিবলৈ নেপালেই ; অথচ তাৰ আগেয়েই এজাক হাঁহে গোটথাই যেৰি ধৰি তেওঁৰ "অবলা সৰলবালা" মনটিক অকলে পাই চুৰ কৰি লৈ গৈ সিহঁতৰ গৰালৰ ভিতৰত সুমুৱাইছিল । সেইদেখি আচল চোৰ হাঁহহে, বৰবৰুৱা "চোৰাই

মাল”হে। চোৰাইমালক চোৰ বুলি চালান দিয়াটো পুলিচৰ অত্যাচাৰৰ কথা। আশাকৰো ন্যায়বান হুজুৰে এই জুলুমৰ প্ৰতিবিধান কৰি পুলিচক যথোচিত দণ্ডবিধান কৰিব। আৰু মোৰ মক্কেলৰ শাৰীৰিক আৰু মানসিক কষ্টৰ বাবে তেওঁক ক্ষতিপূৰণ দিব লাগিব। যদি বৰবৰুৱাৰ কোনো কচুৰ হৈছে বুলি আইনে কয় সি আন একো নহয় মাত্ৰ trespass অৰ্থাৎ ইঁহৰ গঁৰালত অনধিকাৰ প্ৰবেশ বুলি ক’ব পাৰে; কিন্তু পুলিচে সেই ধাৰাত চালানকে দিয়া নাই। অৱশ্যে হুজুৰে যে সেই Charge চাৰ্জ অৰ্থাৎ অভিযোগ অনধিকাৰ প্ৰবেশ ধাৰালৈ ইচ্ছা কৰিলে সলাব পাৰে। সেইটো জানো, কিন্তু হুজুৰে দয়া কৰি তেনে নকৰিব; কাৰণ বৰবৰুৱাৰ Somnambulism অৰ্থাৎ ঘুমটিকুৰণ ৰোগ আছে, সেইবাবেহে টোপনিত আহি তেওঁ ইঁহৰ গৰালত সোমাইছিল, আন কোনো মন্দ অভিপ্ৰায়ত নহয়। তেওঁক গৰালৰ ভিতৰৰ দুৱাৰ চুকত টোপনিয়াই থকা অৱস্থাত গিৰিহঁতে পোৱাই মোৰ এই কথাৰ সপ্ৰমাণ কৰে। চুৰ কৰিবলৈ গৈ কোনেও সেইদৰে ধৰা পৰিবৰ নিমিত্তে দুৱাৰ চুকত বহি নাথাকে। সকলো কাৰ্য্যৰ সঙ্গত অসঙ্গত দুটা অৱস্থা আছে। আগৰ পৰা ভৰিলৈ গোটেইটো কাৰ্য ভালকৈ চালে দেখা যায় যে মোৰ মক্কেল কোনো মতেই দোষী নহয়। শেহত কওঁ যে, ধৰ্ম্মাৱতাৰ ন্যায় বিচাৰক বুলি প্ৰসিদ্ধ; এনে বিচাৰকৰ হাতত সুকপালৰ গুণে মোৰ মক্কেল পৰিছে; এতেকে এই বিচাৰত মোৰ মক্কেলে খালাচ পাব বুলি মই সম্পুৰ্ণ আশা কৰোঁ।



এই বক্তৃতাৰ পিচত হাকিমৰ মনত কোনো সন্দেহ নাথাকিল যে মই সম্পূৰ্ণ নিৰ্দ্দোষ; মই খালাচ পালোঁ।

ইয়াৰ পিচতো খংপুৰত মই দুদিন আছিলোঁ; কিন্তু বাটৰুৱা ল’ৰাখনে মোৰ পক্ষে তাত থকাটো অসম্ভৱ কৰি তুলিলে। সিহঁতে বাটত মোক দেখিলেই “হাঁহ চোৰ!” “হাঁহ চোৰ!” বুলি কিৰিলি মাৰি মোৰ পিছে পিছে লৰে। মই দেখিলোঁ ৰজাৰ ঘৰৰ আদালতত‌কৈয়ো এটা ডাঙৰ আদালত আছে। সেইটো প্ৰজাৰ আদালত, যাৰ মুখপাত হৈছে এই বাটৰুৱা ল’ৰাবোৰ। ৰজাৰ আদালতৰ আইনত মই খালাচ পালেও এইখন আদালতত নাপালোঁ; এইটো নিশ্চয়। এতেকে এই স্থান পৰিত্যাগেই মোৰ শ্ৰেয়ঃ; কিয়নো শাস্ত্ৰত কৈছে, “যঃ পলায়তি সঃ জীৱতি।” আৰু ৰ’বা তোমাক কওঁ যে শাস্ত্ৰৰ বচন অনুসৰি চলি আজিলৈকে মই ঈশ্বৰক চিন্তি জীয়াই আছোঁ। আজিলৈ যোৱাঁ।

বাপুৰাম— এটা কথা জানিবলৈ দিলেই মই যাব পাৰোঁ। এই গল্পটোৰ Moral অৰ্থাৎ নীতি কি?

বৰবৰুৱা— তোমাৰ মূৰটো।

বাপুৰাম— তাৰ মানে কি?

বৰবৰুৱা— তোমাৰ মূৰটো যদি তোমাৰ গলধনৰ ওপৰত থিয় হৈ আছে তাক সোঁধা, সি মৰেলটো কৈ দিব। Good bye! বচ্! এতিয়া যোৱাঁ।

---

# কৃপাবৰ বৰুৱাৰ সামৰণি

( অলিখিত চিঠি )

সম্পাদক দেও,—বিহু ওচৰ চাপি আহিছে। আপুনি বিহুৰ সংখ্যা বাঁহীত বিহুৰ কিবা ছবি উলিয়াব বুলি ভাবিছো। সেইদেখি এতিয়াই আপোনাক একেষাৰ কথা কৈ থওঁ। গ'ল বাৰৰ বিহুৰ সংখ্যাত আপুনি বিহুৰ অশ্লীল নাচ আৰু গীত উলিয়াইছিল। সাৱধান এইবাৰ যেন তেনে নকৰে। আমি সেই গ্ৰাম্য ছবি আৰু Pastoral গীত দেখি যে কিমান লাজ পাইছিলোঁ। তাক কি কম ? বাঁহীত ছবি আৰু গীত বৰ্ত্তমান ওখ সভ্যতা আৰু উচ্চ শিক্ষা অনুসৰি হে হোৱা উচিত, বিহু-নাম আৰু বিহু নাচ বোলোঁতেই অশ্লীল। আজি-কালিৰ "বৈঠকী টপ্পা" থিয়েটৰৰ সুৰুচিব্যঞ্জক নাচ, হুইকি পানী, অভাৱত লাওপানী আৰু ভাং ইত্যাদিহে আমাৰ "ক্লাবত" সোমাবৰ উপযুক্ত সভ্য বস্তু। আপুনি বিদেশত থকা বাবে আমাৰ দেশৰ উন্নত অৱস্থাৰ কথা একো নাজানি Out of date হৈ পৰিছে। কিমধিকমিতি।

শ্ৰীশ্ৰীল শৰ্ম্মা মিশ্ৰস্য।

ডাঙৰীয়া!—আপুনি বাঁহীত ইমানকৈ গ্ৰাম্যশব্দ ব্যৱহাৰ কৰি অসমীয়া ভাষাটোৰ মুণ্ডং চৰ্ব্বনং কৃতং কিয়ং! মই



মোৰ জীৱনত অনেক ঠাই পৰিভ্ৰমণ কৰিছোঁ,—শান্তিপুৰ, কছকছি, দলদলি, ডিব্ৰুগৰ, লাদৈগৰ, গহপুৰ, শোণিত পুৰ; কতো কোনো উচ্চশিক্ষা পোৱা লোকে আপোনাৰ দৰে গ্ৰাম্য শব্দ ব্যৱহাৰ নকৰে, কোনেও আপোনাৰ দৰে "ছোট লোকৰ" উপমা ব্যৱহাৰ নকৰে। ইয়াৰ কাৰণ কি ? আপোনাৰ ঘৰ শিৱসাগৰত আছিল বুলি শুনিছোঁ। আপোনাৰ পিতৃ-মাতৃ ভাল মানুহৰ ঘৰৰ বুলিও লোকপৰম্পৰায় শুনা যায়। মই তো অবাক! মইও তো কৰ্দ্দৈবাৰী মৌজান্তৰ্গত বটাকুচি গ্ৰাম নিবাসী বিখ্যাত ভোমকেহুবলা নামাখ্য মিশ্ৰোপাধিধাৰী দ্বিজস্য অপত্যং পুমান্; মই দেখোন ঋজুপাঠ পঞ্চতন্ত্ৰাদি তন্ত্ৰানি ৰত্নমালা কঞ্চকলা মুগ্ধবোধ মুগ্ধবোধাদি শাস্ত্ৰাণি অধিতানি তথাপিতানি এবমাদিনি উপমানি বাক্যানি ন প্ৰাপ্তানি। ত্বং নো কৃতঃ পালাহেঁ ? অলমতি বিস্তৰেণ।

শ্ৰীটক্কৰুকান্ত বিদ্যাৰ্ণৱস্য।

সম্পাদক ককাই,—তোমাৰ নো পানেশৈ, ৰতাহী, চতৰী, আদি গল্পবোৰত "ওখ ভাবৰ পয়দা" নহয় কিয় ? তুমি নো স্কুল কলেজত লেখা পঢ়া নিশিকি একেবাৰেই ফাঁকি মাৰি আছিলা নে কি ? নাইবা; তাত ৰূপবান নিদি, মাথোন ধান দি লেখা পঢ়া সলাই লৈছিলা ? তুমি ভল্টাৰ ইলেকট্ৰিচিটি, বুনচেন্‌ৰ চেল, নিউটনৰ ল-অৱ-গ্ৰেভিটেচন, গেলিলিও, কপৰ্নিকচৰ থিয়ৰিৰ নাম শুনা নাই নে ? সেইবোৰৰ

উপমা আৰু ভাব তোমাৰ পানেশৈ, কেকোককা আদি সাধু-বোৰত সুমাই দি সেইবোৰ গহীন নকৰি ফুচুৰি কৰিলানো কিয়হেঁ ? বিদ্যা নাই. জ্ঞান নাই, কিতাপ লেখিবলৈ যোৰা

শ্ৰীহাতীয়ানন্দন ভূয়াঁ, বি, এ

ডাঙৰীয়া,—সিদিনা শুনিলোঁ বোলে ৰংপুৰ, কোচবিহাৰ, জিল্লাইগুৰি হেনো আগেয়ে অসমৰ ভিতৰত আছিল ; সেই-দেখি এতিয়াও সেই জিল্লাবোৰ অসমৰ ভিতৰুৱা কৰিবলৈ হেনো আপোনালোকে গৱৰ্ণ মণ্ডলৰ ঘৰত দৰ্খাস্ত দিব খুজিছে কিন্তু এটা কথা আপুনি ভাবি চাইছে নে ? আমি নামনি-অসমৰ মানুহে উজনি-অসমৰ মাতক গ্ৰাম্য বুলিছোঁহঁক, আৰু কন্দলিসকলক খোবাকী দি সাখী ধৰিছোঁহঁক । এতিয়া ৰংপুৰ, দিনাজপুৰ অসমৰ ভিতৰত সোমালে ৰংপুৰীয়াইতে যে ঘূৰি আমাৰ নামনি অসমৰ মাতক গ্ৰাম্য বুলি প্ৰমাণ কৰিবলৈ দ্বিজ কমললোচন, যদুনাথ, কৃষ্ণজীৱন, কৃষ্ণহৰিদাস, ৰতিৰাম, দ্বিজ ৰমাকান্ত, পণ্ডিত ৰুদ্ৰমঙ্গল ন্যায়ালঙ্কাৰ, কবি কালী চন্দ্ৰ ৰায় চৌধুৰী, তেলেঙ্গা সাহা ফকিৰ, শেখ দোস্ত মহম্মদ. নাজেৰ মহম্মদ, শ্ৰীশ্বৰ বিদ্যালঙ্কাৰ, ৰাজেন্দ্ৰ শাস্ত্ৰৰত্ন নীলকমল লাহিড়ী প্ৰভৃতি ৰংপুৰীয়া প্ৰাচীন কবি সকলক সাক্ষী ধৰিব, তেতিয়া কি হব ?

শ্ৰীবিবুধি নাথ দাস

সম্পাদক ডাঙৰীয়া—আপোনাক আজিকালি অনেকে আক্ৰমণ কৰি "গালি-গালাজ" কৰিছে দেখি আমি বৰ দুখ



পাইছোঁ। আপোনাৰ পক্ষ সমৰ্থন কৰিবৰ নিমিত্তে আমি ককা-লত কাপোৰ বান্ধি সাজু হৈছোঁ। আপুনি অদ্বিতীয় কবি, লেখক, বক্তা, সাহিত্য সম্ৰাট ; এই কথা প্ৰমাণ কৰি বিস্তাৰিত-ৰূপে লিখি এটি প্ৰবন্ধ আজি আমি দুয়ো ডাকত দিলো, বাঁহীত ছপাই বাধিত কৰিব ।

শ্ৰীসৰুকন হাজৰীকা।
শ্ৰীথোলোক চন্দ্ৰ দাস।
হাই স্কুল ৫ম শ্ৰেণীৰ ছাত্ৰ।

পুঃ,—লগতে আমি কবিতা দুটি পঠিয়ালোঁ। বাঁহীত উলি-য়াই সন্তোষ দিব। মাহে মাহে এইদৰে কবিতা আমি পঠিয়াই থাকিমহঁক ; আপুনি "কবিতাৰ কুঞ্জ" নাম দি বাঁহীত ছপাই থাকিব।

স, থ।

ডাঙৰীয়া,—আজি দুখেৰে আমাৰ চেৰেক কথা আপোনাৰ বাঁহীত প্ৰকাশ কৰিবলৈ লেখিলোঁ। আমাৰ এই চহৰ খন গুছিল, ৰসাতললৈ গল। আমাৰ ইয়াত গুণীৰ গুণ, মানীৰ মান নুবুজা হল। শুনকচোন বাৰু সিদিনা দৰবাৰত মই হেন মানুহটো থাকোঁতে আন এটাই—— প্ৰক্লেমেচনখন পঢ়ে! মই হেন লোক জন থাকোঁতে আমাৰ ভাষাৰ সভাত আন এমখাই টকচালি কৰে! লেখায়, পঢ়ায়, বক্তৃতায়, চেহেৰায় মানে, সম্ভ্ৰমে, মোৰ নিচিনা কোনটো ইয়াত আছে ? মই নহলে চহৰখন এখোজ চলিব নোৱাৰে ; তথাপি মোক

অপমান! সেইদেখি আমি ডেবডজন সিদিনা উচাং মাৰি ফাটিলোঁ। মোক কাবৌ কৰি নিনিলে মই সভা খান্তং কৰিম! মই! মই! মই! আপুনিও দেশৰ হিতৰ অৰ্থে বাঁহীৰেও মোৰ পক্ষে আন্দোলন কৰক।

আপোনাৰ ওল্ড ফ্ৰেণ্ড
শ্ৰীগদাধৰ বৰুৱা

সম্পাদক মহাশয়,—আপোনাৰ বাঁহীৰ এচুকত এই কেইআষাৰমান কথা ছাপিলে বাধিত হম। আমাৰ মানুহ জনক ঘোষণাপত্ৰ পঢ়িবলৈ নিদি—আৰু আন নানা ৰকমে লঘূ কৰা শুনি মই বৰ বেজাৰ পাইছোঁ। এই কথা মই লৰ্ড ক্ৰুক কৈছোঁ; তেওঁ ৰজাৰ কাণ ছুৱাব খুজিছে। ৰজাই ও শুনিলে বৰ বেজাৰ পাব; কাৰণ পিতৃ ৰজাৰ দিনৰে সাম্ৰাজ্যৰ বৰ খুটা যেন মানুহজনক এনে কৰাটো ভাল হোৱা নাই।

মণ্টেগু।

মহাশয়ঃ—মিষ্টৰ মণ্টেগুৰ মুখে মই বৃত্তান্তটো শুনি দুখিত হলোঁ। মই অসমলৈ যাওঁতে শুনা তেখেতৰ যশস্যাৰ কথা এতিয়াও মোৰ মনত আছে। "চেকেণ্ড চেম্বৰত" মই এই বিষয়ে আন্দোলন কৰিম বুলি আপুনি তেওঁক কৈ "ঠাণ্ডা" কৰিব।

কৰ্জ্জন।



মহাশয়;—মই আজিকালি অপজিচনৰ লিডৰ নহওঁ; নতুবা এই কথা লৈ Adjournment of the House অলৈ move কৰিলোঁহেতেন। বনাবলক কম কৰিবলৈ।

বেলফুৰ।

## নোপোৱা টেলিগ্ৰাম।

ভাৰতৰ নৰ্থ ইষ্ট ফ্ৰন্টিয়াৰ প্ৰভিঞ্চখন ষ্ট্ৰেটেজিক পইণ্ট্ অৱ্ ভিউৰ পৰা কিমান ইম্পৰ্টেণ্ট তাক সকলোৱে জানে। তাত পাৱলিচ্ হোৱা মেগেজিন খনও সেইদৰেই ইম্পৰ্টেণ্ট। তাত ওলোৱা ভাষাৰ বিষয়ে আৰ্টিকেলটো পঢ়ি মই বৰ বেনিফিটেড্ হলোঁ।

কিচেনৰ।

নৰ্থ-ইষ্ট ফ্ৰন্টিয়েৰ প্ৰভিঞ্চৰ অ,ভা,উ,সা, সভাৰ কনষ্টিটিউশ্যন আৰু কাৰ্য্য নিৰ্ব্বাহ প্ৰণালী দেখি মোৰ অ-ফুল এডমিৰেশ্যন হৈছে। মই এইবাৰ ইউনাইটেড ষ্টেট্‌চৰ প্ৰেছিডেণ্ট হব পাৰিলে আমাৰ কংগ্ৰেছৰ কন্সটিটিউশ্যন আৰু কাৰ্য্যনিৰ্ব্বাহ প্ৰণালী সেই মডেলত গঢ়িম নিশ্চয়।

ৰুজভেল্ট।

ফ্ৰন্টিয়েৰ উইক্লি কাকতৰ এককপি পঠিয়াই দিবা; হৰ্ণলিৰ হতুৱাই Decipher কৰাই ভাঙ্গনীৰে সৈতে বৃটিচ মিউ-জিয়েমত থম।

টনি।

বামুণে শূদিৰৰ হাতে পকা জলপান, আৰু শূদিৰে বামুণৰ হাতে কেচা তামোল খোৱাৰ কথালৈ হোৱা. দলাদলি আৰু পৰাচিতৰ বিষয়ে হোৱা আন্দোলনটোৰ সবিশেষ বৃত্তান্ত মোলৈ পঠিয়াব। মই আমাৰ লেবৰ সভাত আৰু ইণ্টাৰনেচ-নেল কংগ্ৰেছ সভাত সেই বিষয়ে বিজলিউশ্যন এটা move কৰিম।

মেক্‌ডণাল্ড।

## চিঠি নেলেখোঁতাৰ প্ৰতি উত্তৰ

ন, ব,--আপোনাৰ প্ৰবন্ধটো ছপাব নোৱাৰি দুখিত হলোঁ, কাৰণ সি চুটি। তাৰে তলত পৰাখন হৈছে, জাপলে নাটনি পৰিল। সি আৰু অলপ দীঘল হোৱাহেঁতেন কোনো কথাই নাছিল।

হ, চ, পণ্ডিত,—আপোনাক যদি আপোনাৰ ছাতৰবোৰে নামানে, তেন্তে সিহঁতৰে সৈতে আপুনি চেলেউ হোপক; নিশ্চয় অৱস্থাৰ উন্নতি ঘটিব।

গ, জ, ছাত্ৰ—মাষ্টৰে যদি ডিচিপ্লিনৰ জৰী টানি তোমালোকক কষ্ট দিছে তেন্তে কিলাগুটি ৱাদ্যং বিধেয়ং। সেই বাটেদি গলে আগলৈ তোমালোক একোজন বীৰ পুৰুষ হবা।

দ, ক,।—ঘৰে-ঘৰোৱালে যদি তোমাক এই ছাত্ৰাৱস্থাতে বিয়া কৰাবলৈ ধৰিছে তেন্তে খাতাংকৈ কৈ দিয়া—"নকৰাওঁ"।



ঘ, চ,—আপুনি স্বাধীন ভদ্ৰলোক, আপানাৰ লগত যোৱাজন গ্ৰেজুয়েত ই. এ. চি। তেওঁ যদি এ, বি ৰেলৰ ইঞ্জিনিয়ৰ (বাঢ়ৈ) চাহাবক দেখি ঘোৰাৰ পৰা নামিল আপুনিনো নানামিল কিয়? তেওঁতকৈ হবলা আপোনাৰ মানটো ডাঙৰ? তেওঁক সিদিনা যে গাৰঁত কিলালে আপোনাক নো নিকিলালে কিয়? তাৰ মানেটো ভাবি নাই পোৱা হবলা? জানে নে—বৰ গছতহে বৰকৈ বতাহ লাগে? আৰু চিকা মাৰি কোনেও হাত নোগোজোৱায়।

ঙ, হ।— আপুনি লেখিছে বৰুৱাই "বৃন্দা চন্দ্ৰাৱলী" আদি নিলাজ কবিতা বাঁহীত লেখি পঢ়াশালীৰ ছাতৰ বিলাকৰ মূৰ খালে তাৰ ফলত আপুনি নিজ চকুৰেই তলত দিয়া ঘটনা কেইটা হোৱা দেখিছে,--(১) ৯টা স্কুলীয়া লৰাই প্ৰেম কবিতা লেখি ৰেষ্টিকেটেড্ হৈ বাজ আলিয়ে আলিয়ে চিগাৰেট্ হুপি ফুৰিছে। (২) এজনী বিবাহিতা তিৰোতাই গিৰিয়েকলৈ লিখা চিঠিত গিৰিয়েকক "প্ৰাণনাথ" বুলি সম্বোধন কৰিছে। (৩) এজন গ্ৰেজুয়েট হাকিমে গধূলি বিংবিঙাই ফুৰি কিল খাইছে। (৪) এজন চেটোল মেণ্টৰ হাকিম, এজন একচাইজৰ হাকিম আৰু এজন চব্‌ডিপুটী হাকিমে হুইস্কি-পানী খাই খাৱৈত পৰিছে। (৫) ইটাখলি মৌজাৰ মণ্ডল "কিড্‌নেপিং কেচত" পৰিছে। (৬) মেৰাকান্ত পণ্ডিতক ডোমজ্বৰে ধৰিছে। ইত্যাদি কাৰণত আপুনি বৰবৰুৱাক গালি পাৰি এখন চিঠি লেখি ছপাব খুজি সুধিছে যে তাত আপোনাৰ নাম দিব নে নিদিব?

আমি কওঁ নিদিব। মাত্র চিৰী-শত দীঘ-ঈকাৰ দি থৈ দিয়ক: কাৰণ বৰবৰুৱা বৰ খটাসুৰ মানুহ ;—পালে তাক তেওঁৰ বৰকৈ কোবোৱা স্বভাৱ এটা আছে।

---

## কৃপাবৰ বৰুৱাৰ সামৰণি দৰ্খাস্ত

আজি অনেক "ভাবি চিন্তি" মই পৰম পূজনীয় শ্ৰীল-শ্ৰীযুক্ত বিধাতা পিতাদেউ খোদা বান্দাৰ ওচৰত এখন দৰ্-কাঁচ দিলোঁ। আশা কৰোঁ খোদাবান্দাই সেৱকৰ দায় জগৰ নধৰিব। বৰ বেজাৰ পাইহে সেৱকে মহামান্য তিতাৰাম মুক্তিয়াৰৰ হতুৱাই এই দৰ্‌কাচখন লেখালে, নতুবা নেলেখালে-হেঁতেন।

প্ৰথমতে কওঁ, হে খোদাবান্দা! তুমি মোৰ ওপৰত খং নকৰিবা; মোক পুতৌ কৰিবা; কাৰণ মই তোমাৰ "বাচ্ছা"— আগেয়েও আছিলোঁ; এতিয়াও আছোঁ আৰু আগলৈকো থাকিবৰ মন আছেঁ, যিহেতু, তুমি মোৰ "মা বাপ"। মই তোমাৰ "বাচ্ছা—বাচ্ছী"।



(১) হে খোদাবান্দা! মোৰ লগুৱাটোৰ হাতৰ পৰা তুমি মোক মুক্তি দিয়া। সি বৰ দগাবাজ! মোৰ হাতনি-পেৰাৰ পৰা নিতৌ সি পইচা চুৰ কৰে, অথচ মই তাক ধৰিব নোৱাৰোঁ। শুনিবানে তাৰ "প্লেনটো"? ধৰা মোৰ পেৰাত এটকা ৰূপৰ পইচা, আদমহীয়া, শিকি, আধলি আছে। সি তাৰ পৰা দু-অনা নি চৈধ্য অনা এৰি থলে। মই "দু-অনা— কৰবাত খৰচ কৰিলোঁ, মনত নপৰে মনত নপৰে" বুলি বহি থাকিলোঁ। এই দৰে আকৌ ধৰাঁ, পেৰাত দহ টকা আছে। সি তাৰ পৰা একাধলি চুৰকৰি ৯৸০ অনা মোলৈ এৰিলে। মই ভেবা গঙ্গাৰাম হৈ বহি থাকিলোঁ। আগেয়ে মোৰ কাৰো ওপৰত চোভাই নহৈছিল; এতিয়া লাহে লাহে মই তাৰ ফাকতি বুজিব পাৰিছোঁ। কিন্তু তাক ধৰোঁ কেনেকৈ; প্ৰভু মোক কৈ দিয়াচোন?

(২) হে পিতৃ-পুৰুষ বিধাতা! গুৱালপাৰা বিভাগৰ জমিদাৰ জন-দিয়েকক তেওঁলোক কোন দেশৰ মানুহ কৈ দিবা নে? অকল কৈ দিলেই নহব; সেই কথাটো তেওঁলোকে মনত ৰাখিব পৰাটোৰও দিহা কৰি দিব লাগিব; কাৰণ তেওঁলোকে বৰ পাহৰে।

(৩) হে ইন্দ্ৰ! হে বৃত্ৰহন্তাৰক! হে বৰুণ! হে উষণস্! এটা কথা তোমাক খাটিলোঁ, কৰি দিবই লাগিব নহলে নেৰো;—যজুৰ্ব্বেদান্তৰ্গত কণ্বশাখা শাখী ত্ৰিপ্ৰবৰস্য ভোন্ কেবোলা গোত্ৰস্থ দ্বিজ মেৰাকান্ত পণ্ডিতস্য খৰচি মাৰি সংস্কৃত

শিকাই দিয়া, আৰু তেওঁক কৈ দিয়া যে ভাষাতত্ব "কম্পেৰেটিভ ফাইললজি" আৰু ভাষাৰ ইতিহাস আদি নজনাকৈ তেওঁ যেন মাহিলি কাকতত ভাষাৰ বিষয়ে প্ৰবন্ধ নেলেখে; কাৰণ তেওঁ হাঁহিয়াতৰ পাত্ৰ হলে মই বিষম পাওঁ; কিয়নো, তেওঁৰ গোত্ৰটো মোৰ গোত্ৰৰে শালপতিয়েক যেন লাগে।

(৪) হে ঈশ্বৰ! এটা কাম কৰি দিব পাৰিলে বৰ উপকাৰ হয়।——বোলোঁ নাউলু —নাউলুৰ সম্পৰ্কে এটা কাম মোৰ ঈশ্বৰ! তুমি শ্ৰীযুক্ত নাউলু চন্দ্ৰ দাস বি-এৰ বোধগম্য কৰি দিয়া যে তেওঁ পুস্তকস্থ বিদ্যা অকল মুখস্ত কৰি বি, এ, মহলাত উঠা বাবেই যে সৰ্ব্ববিদ্যা বিশাৰদ হলোঁ ভাবি পৃথিবীৰ সকলো বিষয়ৰ ওপৰতে কলম চলাবলৈ চন্দন-পত্ৰ পাইছে, এনে ভবাটো ভুল। আৰু তেওঁৰ পিতাক আগৰ দিনৰ বৰবৰুৱাৰ পিতৃদেৱেকৰ হাতী মাউতৰ পদত অধিস্থিত আছিল বাবেই যে, পুত্ৰই আজি কালি চৰকাৰৰ ঘৰত ডাঙৰ বিষয় পাই, বৰবৰুৱাক মিছাতে সদায় কটু-কাটব কৰি পুৰণি পৈতৃক খং সাৰিব, এইটো কথাও ভাল নহয়। আৰু এৰাৰ কথা তেওঁক কৈ দিয়াটোও ভাল যেন দেখিছোঁ,— যে তেওঁৰ 'ওপৰৱালা' চাহাবৰ আগত তেওঁ থিয়দি কথাকৈ থাকোঁতে তেওঁ যেন নকঁপে; কাৰণ তেওঁৰ পিছফালৰ পৰা তেওঁৰ চোলাত ধৰি থাকি তেওঁক নপৰাকৈ থিয় কৰি ৰাখিবলৈ সততে মানুহ পোৱাটো মস্কিল; আৰু সেইটো দেখিবলৈকো কিবা আপচু যেন লাগে।



(৫) আৰু এটা খাটনি ধৰিবলগীয়াত পৰিলোঁ মোৰ খোদা বান্দা!—তুমি ফেছু-মৰীয়া মহন্ত গোস্বামীক শিকাই দিবলৈ ভাৰ লোৱা যে, প্ৰতিবাদ মানে গালি নহয়, আৰু প্ৰবন্ধ মানে ফুটুকাৰ ফেণ সোপাও নহয়। সেই কাম আমাৰ অসাধ্য। তুমি এইটো কাম কৰিব পাৰিলে দুখীয়া সম্পাদক সমূহৰ নিশ্চয় আশীৰ্ব্বাদ পাবা মোৰ কৃপালু গুৰু।

(৬) উজনিৰ শ্ৰীযুক্ত বগলাচৰণ বি, এল, উকীলক এটা কথা "ওৱাফিপ" কৰাই দিয়া মোৰ প্ৰভু! দহোকুৰি;— ঘটি-চুৰি আৰু ছোৱালী-চুৰি মকৰ্দ্দমা জিকি টকাচেৰেক ৰূপ ঘটিলেই, ডালত উঠি নিজক Superior person বা বৰ মানুহ বোলাই দুখীয়া অসমৰ দুখীয়া মাহেকীয়া কাকত কেখন ঘিণাই লোকৰ আগত নাক-কোঁচাই দেখুৱাবৰ অধিকাৰ যে নজন্মে, এইটো।

(৭) শ্ৰীমান থোলোকচন্দ্ৰ আৰু সৰুকণ বোপাটিহঁতক কৈ দিয়া পৰমেশ্বৰ! যে তেওঁলোকে এতিয়া কবিতা, নভেল আৰু সমালোচনা নেলেখি আৰু নছপাই, যেন স্কুলৰ "লেছন তৈয়াৰ" কৰে। অকল কৈ দিলেই হব, কোবাবৰ সকাম নাই।

(৮) এটা কথা পাহৰি গৈছোঁ প্ৰভু ঈশ্বৰ! 'মই বৰ' চন্দ্ৰ হাকিম ডাঙৰীয়াক কৈ দিয়াঁ, যেন "অহং" শব্দটোৰ ওখ চনকা ডালত উঠি তেওঁ বৰকৈ ভিৰ নিদিয়ে। তেওঁৰ কিবা অঘটন ঘটিব লাগিলে হাকিমনীয়ে যে বেজাৰ পাবই, আমি হাটৰুৱা-বাটৰুৱাইও বিষম পামহঁক।

(৯) বাঁহী কাকতৰ পইচা নিদিয়া গ্ৰাহক সকলক, পইচা দিবলৈ তেওঁলোকৰ হৃদয়ত খুন্দিয়াই দিয়াঁ, মোৰ খোদাই! তেওঁলোকৰ ব্যৱহাৰত সম্পাদকে বৰ বেয়া পাইছে বুলি মোক সি.দিনা কৈছিল। দুই পক্ষৰ ভিতৰত মিলা-প্ৰীতি থকাটোৱেই ভাল।

(১০) অ' কবলৈ পাহৰি গৈছিলোঁ হে বিধাতা ডাঙৰীয়া! সৌভাগ্যৱতী শ্ৰীমতী মালতী বৰাক কৈ দিয়াঁ যে তেওঁ অসমীয়া চিকুণ ৰিহা-মেখেলাযোৰ এৰি বঙলুৱা শাৰীখন পিন্ধাটো ভাল হোৱা নাই। আমি মতাবিলাকে ইংৰাজী, পাৰ্চী যি সাজকে পিন্ধি ডেকালি কৰোহঁক. তেওঁলোকে যেন তেনে নকৰে, কাৰণ তেওঁলোক হ'ল ঘৰৰ ঘৈণী অৰ্থাৎ ঘৰৰ ধৰণী। তেওঁলোক গোঁজ, আমি নাও। নাওখন সোঁতত যিমানকে কঁপি-জপি টলং-ভটং কৰি থাকক. গোঁজত বন্ধা থাকিলে উটি যাবৰ ভয় নাই। কিন্তু গোঁজটোও যদি উঘলি যায় তেন্তে আমাৰ গতি কি হব? সেই দেখি আজিকালি পঞ্জাবী, মহাৰাষ্ট্ৰী, মান্দ্ৰাজী, বঙালী "বিলাত-ফেৰ্ত্তা" সকলে ইংৰাজী সাজ পিন্ধিও ঘৈণীয়েকহঁতৰ গাৰপৰা শাৰী গুচোৱা নাই। হে গোসাঁই ঈশ্বৰ প্ৰভু পিতাদেৱ! ভনী মালতীক ভালকৈ বুজাই দিয়া, যে তেওঁলোক শাৰী নহয়, "দাড়ি" হে; আৰু আমিও "দাড়ি" নহওঁ শাৰীহে। শাৰী মানে বাকা "লাইন" (line) দাড়ি মানে কুট, "ফুলষ্টপ" (full stop)। তেওঁলোক থিয় দি থাকিলে আমাৰ উদ্দাম গতি ৰোধ হবই হব।



(১১) মোৰ লগুৱাটোৰ কথা আকৌ মনত পৰিছে, মোৰ প্ৰভুদেউ! মোৰ লগুৱাটোক অলপ ডৱিয়াই দিয়াচোন, সি যেন বজাৰৰ পৰা মোলৈ গেলা মাছ নানে, ১ নম্বৰৰ ভেৰাৰ মঙহ বুলি ৩ নম্বৰৰ ভেৰাৰ মঙহ নানে; মই ওলাই গলে মোৰ হোকাত ধঁপাত নাখায়, মোৰ মাচীয়াত নবহে, আৰু মোৰ বিজুলীৰ পাঙ্খাখন মেলি দি বা নলয়।

(১২) মোৰ বন্ধু মিষ্টৰ ভৰ্‌কদাস দাসক শিকাই দিয়া, হেৰা প্ৰভু! যে দিনে ৰাতিয়ে যেন "হাম এইস্তা কিয়া! হাম তেইস্তা কিয়া! মই ইমান ডাঙৰ মানুহ।" ইত্যাদি ওফাইদাং কথা কৈ কৈ নিজৰ সময় নষ্ট নকৰে। আৰু এটা বেয়া কামৰ বুজ তেওঁক দি দিয়া; যে অনাহকত সাজি সজলোকৰ বদ্‌নাম কৈ থকাটো বেয়া; আৰু তাতোকৈ পাপৰ কাম,—মিছা কথা কৈ থকাটো।

